শ্ৰী[illegible]বালা [illegible]বৰদলৈ
হয়বৰ গাওঁ, নগাওঁ (অসম)

প্ৰচ্ছদপটৰ আঁহি দিওঁতা—
শ্ৰীহেমকান্ত কলিতা
নগাওঁ (অসম)

প্ৰচ্ছদপটৰ ছবি আঁকোঁতা—
শ্ৰীব্ৰজনাথ ফুকন
নগাওঁ (অসম)



১৯৫৪ চন

মূল্য—২৲

একমাত্ৰ পৰিবেশক:-
শেৱালি প্ৰকাশ ভৱন।
নগাওঁ (অসম)

— দু আষাৰ —

এই নাটক খনিৰ প্ৰত্যেকটি চৰিত্ৰই সম্পূৰ্ণ কাল্পনিক—

নাটক খন লেখা হয় ১৯৫২ চনত

অভিনীত হয় — চয়ৱৰ গাওঁ বীণাপাণি নাট্য মন্দিৰত — —সাত বাৰ—

শিৱসাগৰ সেউজীয়া সমাজৰ দ্বাৰা দুবাৰ।

ৰাইজৰ আগলৈ নাট খনি ডাঙি ধৰাত সহায় কৰিছে -

শ্ৰীচন্দ্ৰ কান্ত ফুকন

শ্ৰীৰাধিকা মোহন গোস্বামী

শ্ৰীফজলুল কেৰিম

শ্ৰীক্ষিৰোদ কুমাৰ বৰুৱা

শ্ৰীমহেশ চন্দ্ৰ দেৱ গোস্বামী

আৰু

শ্ৰীৰমেশ চন্দ্ৰ ৰায়ে

গীতিকাৰ ও সুৰসংযোজনাত—

শ্ৰীসনৎ কুমাৰ বৰদলৈ

নগাও ( সম)

এই সকলোটিলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জনালো। ইতি

—লিখক—

# চৰিত্ৰ পৰিচয়




—পুৰুষ—

লেহমন— কছাৰিত কাম কৰা ডেকা পিয়ন।

সৰুলৰা— গাঁৱৰ ডেকালৰা।

জয়চাঁদ— আদহীয়া মাৰোৱাৰী ব্যৱসায়ী।

ৰাজখোৱা—যাত্ৰা পাৰ্টিৰ মালিক ও পৰিচালক।

বায়ন—
পেঞ্চন খোৱা
সূত্ৰধাৰী
পাঠক—
} গাঁৱৰ বুঢ়া।

ৰমনী বৰুৱা— ডেকা উকিল।

কলিমন— হাকিমৰ ঘৰত কাম কৰা লৰা।

ৰাজেন্দ্ৰ বৰুৱা— হাকিম।

বেঙী— বাপুৰামৰ ঘৰত থকা বেঙা মানুহ।

কৃপাল চন্দ্ৰ দে— সোণ-ৰূপৰ ব্যৱসায় কৰা বঙালী ভদ্ৰলোক।

চিম্‌তা— ধোবা।

ডাক্তৰ— ... ... ...

বাপুৰাম শইকীয়া— কছাৰিত কাম কৰা আদহীয়া আমোলা।

হৰবিলাস— দেছুৱালী গেলামালৰ দোকানী।

অতুল হাজৰীকা— কছাৰিৰ আদহীয়া আমোলা।

## — চৰিত্ৰ পৰিচয় —

নীল বৰুৱা— কছাৰিৰ আদহীয়া আমোলা।

তৰুণ— কছাৰিৰ ডেকা আমোলা।

বীৰেণ— ঐ

ৰমাকান্ত— বুঢ়া উকীল।

পেচকাৰ—

চাহ দিয়া লৰা—

চিপাহী—

## —মহিলা—

নীলিমা— হাকিমৰ পৰিবাৰ।

পাৰুল— হাকিমৰ ছোৱালী।

নিৰ্ম্মলা— বাপুৰাম শইকীয়াৰ পৰিবাৰ।

কুসুম বালা— বুঢ়া উকীলৰ পৰিবাৰ।

বীভা— কুসুম বালাৰ সৰু ছোৱালী!

সোনচাকিৰ মাক— লেহমন পিয়নৰ পৰিবাৰ।



# পহিলা তাৰিখ

## "প্ৰথম অঙ্ক"

( সোণচাকীৰ মাকৰ ঘৰৰ একোঠা। সোণচাকীৰ মাকে পীৰা এখনত বহি যঁতৰত মহুৰা পকাই নাম গাই থাকে। )

### "নাম"

চুমৈকৈ পছলা অ' মন তগৰ
কেলৈ কুটিলা অ' মন তগৰ
লোকে বাটি ভৰায় খাব মন তগৰ
আজি সুদা হব জনকৰ নগৰ।
লাহৰী জীয়েৰাক অ' মন তগৰ
কেলৈ তুলিলা অ' মন তগৰ
লোকৰ ঘৰ শুৱনী হব মন তগৰ
আজি সুদা হব জনকৰ নগৰ॥

( নামৰ শেষত সোণচাকীক মাতে )

সোঃ মাক— সোণচাকী, অ' সোণচাকী! চাওঁ মহুৰা আক

এটা লৈ আহচোন। (মহুৰা পকায়) কলৈ গল অ' এই জনী।

(ভিতৰলৈ যায়)

(মাছ অ'ৰু প চলিৰ মোনা এটা লৈ লেহমনৰ প্ৰবেশ)

লেহমন— হেৰ, সোণচাকীৰ মাক, অ' সোণচাকীৰ মাক, বোলো, এই মখা আছেনে নাই ঐ? হেৰ কলৈ গলিহঁত!

(মাছ আৰু পাচলিৰ মোনাটো থয়)

সোঃ মাক— (প্ৰবেশ কৰি) মাতিবলৈ চালে আৰু মুখলৈ নেচায় দেখোন। বোলো, জিলাৰ পৰা আহিলে টিংখোপত হালজুৰি আহেনেকি? আইৰে! এইটো বৌ মাছ ক'ত পালে? এইবিলাক দেখোন পাচলিও। আজিনো কি মন উফৰিল?

লেহমন— আজি পহিলা তাৰিখ বুলি নেজান হবলা?

সোঃ মাক— এস্, আমাৰ সেয়েহে লগা, পহিলাই হল বা চহিলাই হল। পিচে আজি দেখোন জিলালৈ গল কি, আহিল কি! থিতাতে বজাৰো কৰিলে।

লেহমন— আজি কছাৰী সোনকালে ছুটি হল। ভাটিৰ পৰা খবৰ আহিছে আমাৰ দেশৰ কোনোবা এজন নেতা বোলে বেয়া হল। মই পাই হাজিৰাটো দি, দৰমহা কেইটকা লৈছো আৰু, ছুটি হলেই।

সোঃ মাক— এ; মই আপোনাক কবলৈ পাহৰিছোঁৱেই। আমাৰ গায়নৰ চুকৰ ভুৰুকীৰ বাপেক গ'লৰাতি ঢুকাল।

লেহমন— কোন ভুৰুকীৰ বাপেক অ'?

সোঃ মাক— এতিয়া ভুৰুকীৰ বাপেকক চিনিয়েই নোপোৱা হল। মণ্ডল কাম যে কৰিছিল— সেইটো। আমাৰ নো নাম কাঢ়িবলৈ কি হইছে।

লেহমন— (হাঁহি) অ' প্ৰাণনাথ মণ্ডল। হেৰ নামটো কাঢ়িলেনো কি হয়?

সোঃ মাক— ইস্ থৈ দিয়ক আই, কিহৰ জগৰতনো আমি নামটো কাঢ়িম গৈ। সিনো আমাৰ কিহৰ প্ৰাণনাথটো।

(এই বুলি জোকাৰ মাৰি মাছ পাচলি লৈ প্ৰস্থান)

লেহমন— (হাঁহি) মহা মস্কিল তঁহত তিৰুতা মানুহৰ পৰা। (চোলাটো সোলোকাই) হেৰ এই চোলাটো নেহি। (সোঃ মাকৰ প্ৰবেশ) চাবি, ওপৰৰ পাকেটতে চৰকাৰী কাগজ কেইখনমান আছে। দৰমহাৰ টকা কেইটাও আছে, ভালকৈ থবি।

সোঃ মাক— পানী দি থৈছোঁ। হাত মুখ ধোৱক গৈ।

(যাব খোজে)

লেহমন— (যঁতৰটোলৈ চাই) এই। মই আজিকালি

এই বিলাক ভাল নেপাওঁ। যঁতৰ ফুৰাই বৰ স্থপাহীজনী ওলাব নেলাগে।

সোঃ মাক— স্থপাহী চাৰী স্থপাহী। অমুকীৰ নিচিনা পাহিকটা বিহা বাৰু—

লেহমন— নেলাগে নেলাগে। এই বোৱাকটা কৰা, পথাৰ ঘৰ কৰা, গোবৰ জাবৰ পেলোৱা, মই পছন্দ নকৰোঁ। এই বিলাক হৈছে ইয়ে মানুহৰ কাম।

সোঃ মাক— আজি কিবা জিলাৰ বায়ু লাগি আহিছে নেকি? নতুন কথা শুনিলো দেখোন।

লেহমন— নহয়, নহয় বুজিছ, এই বিলাক আৰু এতিয়া আমাক বেয়া দেখায়। হেজাৰ হলেও তই এতিয়া চৰকাৰী পিয়নৰ তিৰুতা। বেজীৰ কাম, উলৰ কাম, কলৰ কাম এই বিলাকহে কৰিব লাগে।

সোঃ মাক— থৈ দিয়ক। বোলে, "ভেকুলী ঐ ভেকুলী তোৰ তোৰাৱ কিয়? বোলে, বোপা ককাৰ সহজ মইনো এৰিম কিয়?"

লেহমন— বোপা ককাৰ সহজ মইনো এৰিম কিয়? তোৰ বোপা ককাৰে জানো কেতিয়াবা চৰকাৰী কাম কৰিছিল? মই যে এতিয়া চৰকাৰী পিয়ন।

সোঃ মাক— যাওক যাওক— বোলে "গৌন্ধত গেন্ধেলা, ছকুৰি হাঁচি মাৰে ফুকনৰ টেকেলা।" এনেকুৱা গেন্ধুৱা কথা মোৰ আগত কবলৈ নাহিব।

লেহমন— গেন্ধুৰা কথা ?

সোঃ মাক— গেন্ধুৰা কথা নহয়নো কি ? উদৰ সাত পুৰুষ মৰিল কেচা মাছ খাওঁতে, বান্দৰৰ সাত পুৰুষ মৰিল ডাল বগাওতে। এতিয়া আকৌ বেজীৰ কাম, উলৰ কাম কৰিব লাগে। চৰকাৰী কাম কৰিলেই বুলি ৰজা হলনে ?

লেহমন— অঁ ৰজা ঘৰীয়াইতো। জান, লেহমন পিয়নে আজি বাৰখেলীয়া ৰাইজৰ মাজত সজোৱাপাত আৰু পাতি চৰু পায়। এই অঞ্চলত অমুকাৰ মুখৰ ওপৰত কথা কোৱা মানুহ নাই। মেলে দোৱানে সকলোতে আগশাৰী পায়। কিয় ? এই চৰকাৰী কামটো কৰিছো বুলি।

সোঃ মাক— বাৰু হৈছে, আহক আহক। হাত মুখ ধোৱকহি। অমুকীও নাম নাইকিয়া মানুহৰ ঘৰৰ ছোৱালী নহয়। ভালী সদাগৰৰ ঘৰ বুলিলে জগৎ জননী পতিত পাৱনী।

লেহমন— হলেও, চৰকাৰী চাকৰীয়ালক নোৱাৰে। ব'ল।

( দুয়োৰো প্ৰস্থান )

সোঃ মাক— (প্ৰবেশ কৰি) সোণচাকী ঐ, অ' সোণচাকী। হুঁয়ে পিতায়েৰ আহিছে ; ঘৰলৈ আহ। মাছ আনিছে। ( খঁভৰটো লৈ প্ৰস্থান )

( হাফপেণ্টটো সোলোকাই ধুতি এখন দিন্ধি গামোচাৰে

(মুখ মুচি মুচি লেহমনৰ প্ৰবেশ আৰু পীৰাত বহে। সোণচাকীৰ মাকে হাতত তামোলৰ বটা লৈ প্ৰবেশ কৰি লেহমনৰ ওচৰত বহি তামোল কাটে।)

লেহমন— হেৰ আজি গাখীৰ কি হল ?

সোঃ মাক— (তামোল কাটি থকা অৱস্থাতে) গৰুজনীয়ে লঠিয়াই আজি গাখীৰ সোপাকে পেলালে।

লেহমন— সুদা সুদা কোমল চাউল এগাল দিলি আৰু, হেঁা বলধি খা। বাৰু তই আজিকালি মোক অলপ অবজ্ঞা কৰা হইছ।

সোঃ মাক— ইমানকৈ কৰি মেলি, দি থৈয়ো আপোনালোক মতা মানুহৰ মুখ বুৰাব নোৱাৰি। অলপমান ইফাল সিফাল হলেই ডাং খাই আছে।

লেহমন— নহয় অ' মই ধেমালীহে কৰিছোঁ। আজিকালি তিৰুতাক ওপৰ হাততো কৰিব নেপায়েই বঢ়া বচনো বুলিব নেপায়।

সোঃ মাক— কিয় হব। তিৰুতা সদায় আঠুৰা তলৰ মহ।

লেহমন— (হাঁহি) অ' মোহাৰিলেই মৰে! নহয় নহয় তই আৰু আজিৰ পৰা মোৰ লগত কাজিয়া নকৰিবি।

সোঃ মাক— (তামোল দি) আপোনাৰ লগতনো মই কেতিয়া কাজিয়া কৰোঁ? আপুনিহে মোক দেখিব নোৱাৰে।

লেহমন— বাৰু, বাৰু, সেইবিলাক ভুয়োটাই এৰি পেলাওঁ। আজিৰ পৰা জিলালৈ গৈ ভুয়োটাই একেলগে বহি ট'কী চাম। দোকানত সোমাই বস্তু কিনিম। আৰু সদায় গধূলা একেলগে কথা পাতি পাতি গাৱঁৰ মাজতে ফুৰিম দে। কি কঅ?

সোঃ মাক— ছি-কটা মোৰ লাজ লাগে। নোৱাৰো আই, সেইবিলাক ভেকো ভাওনা কৰিব। পায় জানো তালৈকে?

লেহমন— (হাঁহি) পায়তো। আজি কালি এই বিলাক চলিছেই।

সোঃ মাক— চিকৌ! চলিব নোৱাৰিছে। যি যিমানলৈ নামে সি সিমানলৈ তিতে। আমাক নেলাগে সেইবিলাক।

(বটা লৈ প্ৰস্থান আৰু আন ফালৰ পৰা সকলৰাই মাত লগায়)

সকলৰা— (নেপথ্যত) পিয়ন কাই আছনে?

লেহমন— অঁ আছোঁ, আহ। (ভিতৰলৈ চাই) হেৰ পীৰা এখন আনচোন। (সোণচাকীৰ মাকে প্ৰবেশ কৰি পীৰা পাৰি দিয়ে।)

সকলৰা— (প্ৰবেশ কৰি) বো আজি পথাৰলৈ যোৱা নাইনে কি?

সোঃ মাক— নাই বোপাই মই তাঁত এখন লগাইছোঁ।

(প্ৰস্থান)

সকুলবা— ( লেহমনক ) আজি তোক ডাঙৰ মাছ এটা অনা দেখিছিলো নহয় ।

লেহমন— এৰা অ, ছটকা ললে বোপাই। (ভিতৰলৈ চাই) সেই মোৰ পাকেটতে বিৰি আৰু দিয়াচলাই আছে আনচোন ।

সকুলবা— তঁহতৰ আজি চাকৰিয়াল বিলাকৰ ঘৰ বং নহয় নে ?

লেহমন— কিয় ? পহিলা তাৰিখ দেখি ?

সকুলবা— এৰা, সকলোৱে আজি এভোৰ এভোৰ টকা পাইছে ।

( বটা, বিড়ি, দিয়াছলাই আদি লৈ সোণচাকীৰ মাকৰ প্ৰবেশ । বিড়ি, দিয়াছলাই লেহমনক দিয়ে । লেহমনে এটা বিড়ি সকুলবাক দিয়ে । এটা নিজে জ্বলায় । সোণচাকীৰ মাকে তামোল কাটে । )

লেহমন— এ, নহয় অ । কিছুমানৰ আজি পহিলা তাৰিখ নহয়, পয়মাল তাৰিখহে ।

সকুলবা— কেনে ?

লেহমন— মোৰ ওপৰত কাম কৰা কেৰাণী এজনে আজি পহিলা তাৰিখেও মোৰ পৰা পাঁচ টকা ধাৰলৈ নিছে তাতেই বুজিবি ।

সকুলবা— কিয় ? তেওঁজানো দৰমহা পোৱা নাই ?

লেহমন— পাইছে । পালে কি হব ? মাহেকটো ধাৰৰ ওপৰত চলে । শাকৰ পৰা শুকতিলৈ সকলো কিনা । ধকুৱাক দিওঁতেই প্ৰসাদ শেষ ।

সোঃ মাক— অ', সেইহে মই জেলেপত টকা কম পাইছোঁ। বাটে বাটে বিলাই আহিছে ।

লেহমন— সোণচাকীৰ মাক! টকাত বেচি মোহ নকৰিবি । আমাৰ কি নাইকিয়া হৈছে । ঈশ্বৰে দিয়া সকলো বস্তু ঘৰতে আছে ।

সকুলৰা— এৰা দে, সেইহে মই গাৱঁৰ মানুহে চৰকাৰী কাম কৰা পচন্দ নকৰোঁ । তইনো বাৰু কিয় কৰিছ ? তোৰনো বাৰু কি নাইকিয়া হৈছে ?

( সোণচাকীৰ মাকে তামোল দিয়ে )

লেহমন— হেৰ মই জানো নেজানো। ঘৰত এতিয়া খাওঁতা কম । মতা তিৰুতা এহাল মাথোন । মাটি কেইদৰা আধি দিছোঁ। ধান, মাহ, সৰিয়হ ঘৰতে পাইছোঁ । বছেৰেকলৈ বস্তু উভয় নদী ।

সকুলৰা— সেইটো কথা অৱশ্যে সঁচা । টকা কেইটাৰ পৰা গাৱঁৰ দুই চাৰিটা দুখীয়া মানুহৰ সহায়ো হৈছে ।

লেহমন – হৈছেতো । আমি কিবা আনৰ নিচিনা নে— কামটো গলেই মূৰে কপালে হাত দিয়া ? দৰমহাৰ টকা কেইটাৰে খামেই নে পিন্ধিমেই ?

ঘৰত যেতিয়া খাওঁতা সৰহ হ'ব, এৰি দিম চাকৰী। ধৰিম কেকোৰা নাঙলত খামোচ মাৰি। পথাৰৰ কামত লেহমনক কেইটা ডেকা লৰাই পাৰিব ?

সকলৰা— হয় দিয়া বৌ, ধানখোৱা আৰু ধান দোৱাত, পিয়ন কাইক সাতজনীয়েও নোৱাৰে।

লেহমন— ( সোঃ মাকক ) শুনিলি এতিয়া। চৰকাৰী কামটো যে কৰিছোঁ কেৱল এটা নামৰ কাৰণে। বোলে, কাৰ ঘৰৰ, সেই অমুকা পিয়নৰ ঘৰৰ। বিয়াই, সবাহে, মেলে-দোৱানে, লৰা-ছোৱালী নাতি-পুতিৰ দিনলৈকে এটা মান।

সোঃ মাক— কিয়, আপুনি কৈছিল নহয়, বেজী উলৰ কাম কৰিব লাগে। পথাৰ ঘৰ কৰা আপুনি ভাল নেপায়।

লেহমন— ( হাঁহি ) এ, হে, হে, তোক মই টিপিকিহে চাইছিলোঁ। মোৰ কথাতনো তই উৰ নে নুৰ। খবৰদাৰ, ঘৰৰ মানুহ ঘৰত থাকিবি। ইফাল সিফাল কৰিবি প্ৰহাৰেণ ধনঞ্জয়ঃ।

সোঃ মাক— কিহৰ জগৰত নো পহাৰ কৰিবগৈ। আমি কিবা কাৰোবাৰ কথা নুশুনা, উনৈছত বা— বলোৱা তিকুতানে ?

( বটাটো লৈ উচাৎ মাৰি যাব খোজে )

সকলৰা— ৰবা চোন ৰবা বৌ, পিয়নকায়ে এনেয়েহে কৈছে

সেই বিলাক কথা।

সোঃ মাক— নহয় অ', ককায়েৰে মোক সদায় হোৱাই নোহোৱাই এইদৰে ভুলা জোখাদি জুখি থাকে।

লেহমন— (হাঁহি) দে, দে, ধেমালীহে কৰিছোঁ। হেৰি নহয়— মাছটো অলপ ভালকৈ ৰান্ধিবি— মছলা তছলা দি। তোমালোকৰ সদায় টেঙা আৰু আদখৰিয়া। কোমোৰা এডাল ঠাঁহিলৈ চেনেত— ভোৰোত কৰিবা আৰু হল।

সোঃ মাক— মোৰ নিচিনা বাৰে মছলা দি, ৰান্ধিব জনা তিৰুতা এইখন গাৱঁত কেইজনী আছে ?

সকলবা— হয়তো আকৌ। বৌয়ে এঞ্জাত তেল মাৰিলে গাওঁ গোটেইখন জনজনাই যায়।

সোঃ মাক— দেখিছনে বাৰু, তেওঁ মই এই মানুহ গৰাকীৰ মুখ বুৰাব নোৱাৰোঁ।

লেহমনু— (হাঁহি) হেৰ তই হৈছ চৰকাৰী পিয়নৰ তিৰুতা ৰন্ধাই বঢ়াই, ফুৰাই চকাই, পিন্ধাই উৰাই সকলো পিনে দেখনিয়াৰ হব লাগিব; দহজনে বাট এৰি দিয়া।

সোঃ মাক— দেখিলি এতিয়া, ককায়েৰৰ কথাৰ পাক। মই ইয়াৰ পৰা যাওঁ আই, নহলে এতিয়া কাজিয়া ডাঙৰ হে হবগৈ। (উচাৎ মাৰি গুচি যায়)

সকলবা— বৌৰ খঙেই উঠিল হবলা।

লেহমন— নহয় অ',— অনেকে অনেক ৰকম ধেমালি কৰে আমাৰ আৰু এই বিলাকেই। বাৰু, পিচে কিয় আহিছিলিনো ?

সকুলৰা— সেই মই যে কৈছিলোঁ টকা পাঁচটাৰ কথা।

লেহমন— অ' মই পাহৰিছিলোঁৱেই। সোণচাকীৰ মাক! চাওঁ টকা পাঁচটা আনি ইয়াক দেচোন।

সকুলৰা— আৰু এটা কথা আছে।

লেহমন— কি ?

(সোণচাকীৰ মাকে টকা আনি সকুলৰাক দিয়েহি এনেতে জয়চাঁদ বাবুয়ে ভিতৰৰ পৰা মাত দিয়ে। সোণচাকীৰ মাকে প্ৰস্থান কৰে।)

জয়চাঁদ— পিয়ন বপ্পাই ঘৰতে আছানে ?

লেহমন— আছোঁ, আহঁা বাবুজী।

(জয়চাঁদ বাবুৰ প্ৰবেশ আৰু লেহমনে মুঢ়া এটা দিয়ে।)

জয়চাঁদ— ৰাম ৰাম!

লেহমন— ৰাম ৰাম বহা।

(জয়চাঁদ বহে)

জয়চাঁদ— ঘৰতে চকলেৰ ভাল নে ?

লেহমন— ভালেই দিয়া।

জয়চাঁদ— চকুলৰা কি ৰকম আছ ?

সকুলৰা— ভালেই আছোঁ বাবুজী।

লেহমন— পিচে কি মন কৰিনো আহিলা ?

জয়চাঁদ— ( জেপৰ পৰা অলপ মছলাগুটি উলিয়াই লেহমনক আৰু সকুলৰাক দিয়ে আৰু নিজেও খায়। )

জয়চাঁদ— তোমাৰ মৰাপাটটো মোক দিব লাগে।

সকুলৰা— তোমালোকৰ এই মছলাটো খাবলৈ বৰ ভাল লাগে দিয়া।

লেহমন— ( হাঁহি ) এৰা, এওঁলোকে এই মছলাগুটি কেইটাৰেই মানুহৰ মন ভুলায়।

জয়চাঁদ— (হাঁহি) নাই নাই পিয়ন বপ্পাই, ই আমাৰ দেচৰ জিনিছ আছে! একদম খাটি বস্তু। আচ্ছা পিয়ন বপ্পাই! আপনাৰ পাট কিমান আছে?

লেহমন— দহমোনমান ভাগত পাইছোঁ।

জয়চাঁদ— বাৰু! বাৰু! চেইটো মোক দিব লাগে। আৰু তোমাৰ গাঁৱৰ চব পাটা মোকে দিয়াব লাগে।

লেহমন— বছৰিতো গাঁৱৰ মাহ, সৰিয়হ পাট তোমাকেই দি আছোঁ। খালি তুমি দামটোহে কম দিয়া! এইবাৰ আৰু আন মহাজনহে চাব লাগিব।

জয়চাঁদ— ৰাম ৰাম কেলেই এই ৰকম কথা কয় পিয়ন বপ্পাই? মই দুই টেকা আপনাকে যাস্তি দিম! লেকিন্ কম্‌তি নাই দিম! আচ্ছা দোচোৰাত থাকি মোনকাৰা একটাকা তোমাৰ ওপৰ থাকিব। একদম কলকাতা ভাও। আপনি গাৱঁৰ চব পাটা মোক দিবা।

**সকলৰা**— পিয়নকায়ে একেবাৰ কই দিলেই গাৱঁৰ সকলোৱেই তোমাকে দিব।

জয়চাঁদ— ( হাঁহি ) আৰে চকুলৰা ! তুমি আমাকে কি চিখাবে ! কোন মানুছ কি ৰকম আছে আমি চব জানে ! এই দেছে আমাৰ মোছ পাকি গৈছে—

( বুলি মোছত হাত দিয়ে । )

লেহমন— তেন্তে মোক কলিকতাৰ দৰত দিবা আৰু ৰাইজে যাতে ইয়াৰ বজাৰ দৰত পাই সেইটোও চাবা ! ৰাইজৰ লোকচান কৈ মোক নেলাগে।

জয়চাঁদ— না ! না ! ৰাইজৰ কি ৰকম লোকচান হব ! ৰাইজে ইয়াৰ দৰ পাব। আৰু তুমি আপনা মানুছ আছা— কলকাত্তাৰ দৰ পাবা।

লেহমন— বাৰু তেন্তে অহা দেওবাৰলৈ তোমাৰ গোমোস্তা পঠিয়াই দিবা। মোৰ ইয়াতেই গাৱঁৰ সকলো পাট জমা কৰি ওজন দিম !

জয়চাঁদ— আচ্ছা আচ্ছা। একদম পাক্কা ?

লেহমন— ওঁ পাক্কা !

জয়চাঁদ— ( জেপৰপৰা কেইটামান মছলাগুটি উলিয়াই মুখত মাৰি দি ঠিয় হয়—লেহমনো উঠে। জয়চাঁদে লেহমনৰ গাত হাত চপৰিয়াই কয় ) পিয়ন বপ্পাই গাঁৱৰ ভিতৰতে ডাঙ্গৰীয়া মানুছ আছে। বাক ৰাম ৰাম।

( যাবলৈ ধৰে। বাৰুখোৱাৰ প্ৰবেশ। )

ৰাজখোৱা— ৰাম ৰাম বাবুজী।

জয়চাঁদ— ৰাম ! ৰাম (হাঁহি) আৰে ৰাজখোৱা !

লেহমন— (মুঢ়া এটা আনি) বহক ৰাজখোৱা !

ৰাজখোৱা— তুমি মটৰ লৈ আহিছানেকি বাবুজী ?

জয়চাঁদ— হুঁ। আনিছে। আপনি জিলা যাবানেকি ?

ৰাজখোৱা— যাম কিন্তু অলপ পলম হব। মানে মই শিমলুগুৰিৰ পৰা ঘূৰি আহিবগৈ লাগিব।

জয়চাঁদ— আচ্ছা মোৰ মটৰতে আপনি যাব পাৰিবা ! মোৰভী যোৱা অলপ দেৰী হব !

ৰাজখোৱা— বাৰু Thank you, Thank you !

জয়চাঁদ— (বহি) আপনাৰ চৰছা, পাটা কিবা আছেনেকি ৰাজখোৱা ?

ৰাজখোৱা— বাবুজী ! সৰিয়হ মৰাপাট, মানে এই বিলাকত মই নাই ! তাৰ সলনি মোক মাতা—তোমাৰ ঘৰত এখন পাল্লা গাই দিবলৈ। সুন্দৰ পাল্লা গাই দিম। কম পইচাত মানে বেচি আনন্দ কৰিব পাৰিবা। (সকলোৱে হাঁহে)

জয়চাঁদ— (হাঁহি) মহা মুস্কিল ! ৰাজখোৱা বৰ ওস্তাদ মানুহ আছে ! আমিলোক যাত্ৰা ভাওনা একদম পছন্দ নকৰে।

লেহমন— পাটা দিয়া বাবুজী—আমিও চাওঁ গৈ !

জয়চাঁদ— না না পিয়ন বপ্পাই আমাৰ মাৰোৱাৰী লোক

খাৰাপ বলিব।

ৰাজখোৱা— বাবুজী! মানে জীৱনতো কেতিয়াও অন্তৰ খুলি হাঁহি পোৱা নাই? এবাৰ অন্তৰ খুলি হাঁহি চোৱাচোন। আয়ুস কিছু বেছি হৈ যাব! গাৱঁত মাহ, সৰিয়হ বিচাৰিবলৈকে মানে--অন্ততঃ দুই চাৰি বছৰ বেছি জীয়াই থাকিবা।

(সকলোৱে হাঁহে)

জয়চাঁদ— (থিয় হৈ) নাই নাই ৰাজখোৱা—ৰাম নাম চত্য হে। আচ্ছা ৰাম ৰাম। (নমস্কাৰ কৰি প্ৰস্থান)

ৰাজখোৱা— (হাঁহি) মানে পিঠিত মৰাপাট সৰিয়হৰ বোজাটো বান্ধি লৈ যিটো ৰাম নাম চত্য হে কৰিছা বাবুজীয়ে, মানে আমি বুজিছোঁ।

লেহমন— (ৰাজখোৱাক) পিছে কি মন কৰিনো আহিল?

ৰাজখোৱা— মানে, শিমলুগুৰিত কিবা বহী এখন খুলিছোঁ, তাৰে তালিম চলিছে। তালৈকে আহিলোঁ। মানে সোমালো তোমাক এবাৰ মাত দি যাওঁ বুলি।

(পেঞ্চন খোৱা, বায়ন, সূত্ৰধাৰী আৰু পাঠক আদিৰ প্ৰবেশ)

লেহমন— এ, ৰাইজ দেখোন সকলো ওলালহি।

(এই বুলি ভিতৰৰ পৰা কঠ আনি পাৰি দিয়ে। সকলো বহি মাটিত হাত থৈ সেৱা কৰে। লেহমনেও সেৱা কৰে। ৰাজখোৱাই নমস্কাৰ কৰে)

বায়ন— এৰা তই পহিলা তাৰিখৰ দিনা তোৰ বৰঙণিৰ কথা কিবা এটা কওঁ বুলিছিলি আৰু তোক উলিয়াই নিবলৈকো আহিছোঁ! আমি কথা কলে ইটোৱে মুখ ইফাল, সিটোৱে মুখ সিফাল কৰে! ৰাজহুৱা নাম-ঘৰ এটা ভাগিচিগি যায়— তেওঁ মানুহে সাৰ নেপায়।

ৰাজখোৱা— ৰাইজে নামঘৰ মেৰামতিৰ কাৰণে মানে কিবা বৰঙণি তুলিছেনেকি?

(লেহমনৰ প্ৰস্থান। আৰু বটা লৈ প্ৰবেশ কৰি সূত্ৰধাৰীক দিয়ে। সূত্ৰধাৰীয়ে তামোল কাটে)

পাঠক— হয়, পিয়ন বপাইৰ কথা মতেই ৰাইজে অলপ ভোৰ জোৰ কৰিছে। পিচে মানুহৰ পৰা সহাঁৰি পালেহে!

ৰাজখোৱা— মানে আজি খৃষ্টানৰ গীৰজাঘৰ চোৱাগৈ আৰু মুছলমানৰ মছ্‌জীদ চোৱাগৈ আৰু আমাৰ নামঘৰ বিলাকৰ গতি চোৱা!

বায়ন— নকবা! আমাৰ নিজৰ নিজৰ থকা ঘৰ কেইটা টিনৰ কৰি লব পাৰিলেই হল! খোলে পামৰ, গালৈকে সামৰ! (সকলোৱে হাঁহে) নামঘৰ উদণ্ডীয়া গৰু-ছাগলীৰ গোহালিহে হল!

লেহমন— গীৰ্‌জা ঘৰেই বোলা বা মছ্‌জীদেই বোলা তাত কেৱল হৰিৰ নাম গায়! আমাৰ নামঘৰ মহা-

পুৰুষে এনেকুৱাকৈ কৰি থৈ গৈছে যে তাত মেল-দোৱান হয়, নাম-কীৰ্ত্তন হয়, ভাওনা, সবাহ হয়—আৰু তিথি মহোৎসৱো হয়।

সকলোৱে— হয়! হয়!!

পাঠক— হয়তো! পাগ্-পানীয়ে নচলা, অতিথি, ভকত মহন্ত গাৱঁলৈ আহিলেও ৰাইজৰ পৰা সিধা লৈ তাতে বসতিও কৰে।

সকলোৱে— কৰেতো।

পেঞ্চন খোৱা— বুঢ়া কালত নামগুণ এবেষাৰ লবলৈকে যদি নাম-ঘৰটোকে ভাল কৰি নললা তেন্তে পৰকালতনো গৈ কৰাগৈ কি?

ৰায়ন— এৰা কি কৰাগৈ। বোলে যমৰ মুৰ্ত্তিক দেখি হৰাইব চেতনা!

ৰাজখোৱা— মানে ৰাইজ অলপ মন কৰিবছোন! বোলে চিছুকাল গৈল হাচিতে খেলিতে।

যৌবন কাল গৈল ৰঙ্গে ॥

বৃদ্ধকাল যাইব ভাবিতে চিন্তিতে

হৰিক ভজিবি কোন কালেৰে মনুষ্য।

এই সংসাৰ চব জুঠা ॥

সকলোৱে— হয় হয় জুঠা!

ৰায়ন— ওঁ শোটাইতো! এই সংসাৰত আমি শোটাই সচাঁ। জীৱনটো সাৰোতে পোচোতেই গল। তেওঁ সংসাৰৰ

লৈঠা নমৰিল। নিকা নহল!

লেহমন— (হাঁহি) বৰ পিতাদেও আকৌ শোটা উলিয়ালেগৈ। ৰাজখোৱাই কলে জুঠা। তই উলিয়ালি শোটা।

বায়ন— এ, সেই একেই কথা দে; জুঠা, শোটা সেই একেই।

লেহমন— থাক থাক দে।

(সূত্ৰধাৰীয়ে সকলোকে তামোল দিয়ে। ৰাজখোৱাকো দিয়ে)

ৰাজখোৱা— না, নেখাওঁ—

সূত্ৰধাৰী— অ' নোখোৱানেকি?

পেঞ্চন খোৱা— তেওঁ আজি কালি খিলিপানহে খায়।

ৰাজখোৱা— (হাঁহি) মানে— খিলিপান খাই খাই এটা হিচ্‌কা হৈ গৈছে দিয়া।

পেঞ্চন খোৱা— ৰাজখোৱা তুমি এই হাৰমনি, ভেহেলা, ধুলুকি উলিয়াই আমাৰ লৰা বিলাক বলীয়া কৰিলা।

ৰাজখোৱা— কেনে?

সূত্ৰধাৰী— এৰা, আজিকালিৰ লৰাই খোল ডিঙিত লবলৈ লাজ কৰা হল। ভাওনাত নাচ মাৰিবলৈ বেয়া পোৱা হল।

বায়ন— ঠিক কৈছা সূত্ৰধাৰী।

ৰাজখোৱা— সেইটো কি কথা। ইও এক কায়দাৰ ভাওনা, সিও এক কায়দাৰ ভাওনা। উঠি অহা ডেকালৰাই সকলো শিকিব লাগে। মানে ইয়াৰ মায় মছলা

ৰস বেলেগ আৰু তাৰো মায় মছ্‌লা ৰস বেলেগ।

বায়ন— সেইটো হয়। পিছে যিমানেই মায় মছ্‌লা বাহিৰ কৰা আমাৰ মহাপুৰুষৰ গীত-বাদ্য, ৰাগ-ভটিমাক কোনেও নোৱাৰে দিয়া।

সকলোৱে— নোৱাৰে! নোৱাৰে!!

ৰাজখোৱা— শঙ্কৰদেউ মহাপুৰুষক কোনে না কৰিব পাৰে। বাকী এতিয়া চৰ্চ্চাটো কমি গৈছে। মানে চোণা বোকাত পোত খাই থাকিলেও ধুলে পখালিলে ভাল হয়।

লেইমন— হয়তো! ভাটিত গৈ তেওঁ নাচ বাগ আৰু দুই চাৰিটা বাদ্য যন্ত্ৰও শিকি আহিছে। দুই চাৰিখন নিজেই নাট লিখি গাঁৱৰ চাৰিজন চেঙেৰা গোটাই লৈ ৰাইজক দেখুৱাইছে। ইয়াত কোনো দোষ নাই।

বায়ন— নাই নাই পিয়ন বপাই, কোনো দোষ নাই।

সকলৰা— মই যাও দে পিয়নকাই।

লেহমন— ৰাৰু যা!

সকলৰা— মই কোৱা কথাটোৰ কি হল?

লেহমন— অ' মোৰ ইয়াত নেলাগে বুজিচ! কালিলৈ নামঘৰতে তাক মেল দিবলৈ দে।

সূত্ৰধাৰী— কিনো?

লেহমন— সেই আমাৰ নাম-লগোৱা দেদাইৰ ছোৱালী জনী—

সূত্ৰধাৰী— অ' সেইটো কথা! নাম-লগোৱাই এই বিলাক

আওৰ পাওৰ কৰিলে কি হব। বোলে পোটি বুকৰ জীটি লোকৰ! যমে নিলেও নিয়া জোঁৱায়ে নিলেও নিয়া! নাম-লগোৱাই সামৰি লব লাগিব।

লেহমন— নহয় টেকেলাৰ পুতেকৰ গাতো দোষ আছে নহয়। সি মিতিৰ কৰাত পলম কৰিলে।

বায়ন— এৰা তাৰ গাতো দোষ আছে দিয়া!

পাঠক— এ দিয়া; দুদিনৰ আগ পিচ! সামৰি লব লাগে জোঁৱায়ে মানিছে বুলিহে এতিয়া। আজি-কালিৰ দিনহে যেনেকুৱা।

বায়ন— এৰা সেইটোও সঁচা! বোলে মানিলে ধান,— নেমানিলে পতান। কিনো কৰিবা!

লেহমন— (হাঁহি) তোৰ কথাত্ত মহা দিগদাৰ বৰপিতাই! তই ইফালেও কঅ'— সিফালেও কঅ'!

সূত্ৰধাৰী— এওঁ তেনেকুৱাই। নলৰ তলৰ কাহ্নুলী, সুবিধা পালেই ইলুটি, সুবিধা পালেই সিলুটি।

বায়ন— তেনে কথা নকবাহে সূত্ৰধাৰী। দেশ-দস্তুৰ চাইহে তোমাৰ সংসাৰত চলিব লাগিব।

ৰাজখোৱা— (হাঁহি) মানে বৰপিতায়ে কৈছে যে যব্ যেইছা তব্ তেইছা! নহলে আজি কালি দুনিয়াত তিষ্ঠা টান!

বায়ন— টানতো

[ৰাজখোৱাই হাঁহে]

ৰাজখোৱা— মানে মই এটা কথা কও ! মিতিৰ হওঁতে পলম কৰাৰ কথাটো নাম-লগোৱা দেদায়ে ধৰিব নেলাগে ! সিহঁতে এই প্ৰথম প্ৰেম মন্দিৰত প্ৰবেশ কৰিছে ! মানে সেইখিনি সময়ত সিহঁত

"গুঞ্জৰে অলি প্ৰমোদ কাননে,
প্ৰফুল্লিত মনে !"

বায়ন— হয়তো

ৰাজখোৱা— অত প্ৰাণীৰ ভিতৰত সিহঁত দুয়োটাৰ মিল হলগৈ কিয় ?

সকলোৱে— এৰা কিয় মিল হল ?

ৰাজখোৱা— নিশ্চয়, এইটো বিধিৰ নিৰ্ব্বন্ধ— পূৰ্ব্ব-জন্মৰ সহংস্কাৰ।

বায়ন— ঠিক কৈছা ৰাজখোৱা—পূৰ্ব্ব-জন্মৰ সহংস্কাৰয়েইহে সঁচা।

ৰাজখোৱা— নামলগোৱা দেদায়ে মানে সিহঁতক আশীৰ্ব্বাদ কৰিব লাগে।

সকলৰা— দেদায়ে আকৌ মাৰিম কাটিমহে কৰিছে।

ৰাজখোৱা— না, না। সেইটো কথা কেনেকৈ হব ! চাজান ফুলেৰ বাগান ভাঙিব নেপায়। মানে সিহঁত আজি নামলগোৱা দেদাইৰ ওচৰত ভিক্ষাৰী— মানে—প্ৰেমেৰ কাঙাল।

বায়ন— মনৰ কথা কলা ৰাজখোৱা ! সিহঁত আজি নাঙলেই

সঁচা। যেনিয়েই চোচোৰোৱা তেনিয়েই যাব।

লেহমন— বৰপিতায়ে আকৌ এইবাৰ নাঙল উলিয়ালেগৈ। ৰাজখোৱাই কলে কাঙাল, তই উলিয়ালি নাঙল!

বায়ন— এ সেই একেই দে! বঙলুৱাত ধৰিবা কঙাল আমাৰ নাঙল—সেই একেই কথা!

লেহমন— বাক হওক দে!

ৰাজখোৱা— (লেহমনক) যাওঁ দিয়া! সিফালে জয়চাঁদ বাবুও মোৰ কাৰণে বৈ থাকিব! (ৰাইজক) ভাল এতিয়া আক আহিলো। (বায়নক) বৰপিতাই!

বায়ন— কি কোৱা!

ৰাজখোৱা— মানে বোকাৰে লুতুৰি-পুতুৰি হোৱা শ'ল মাছ দেখিছা?

বায়ন— দেখিছো!

ৰাজখোৱা— ধৰিলেই পিছলি যায় নহয় নে?

বায়ন— হয় দিয়া ধৰিলেই পিছলি যায়।

ৰাজখোৱা— তুমিও তেনেকুৱাই নেকি?

বায়ন— (খঙৰে) এ তেনে কথা নকবাহে ৰাজখোৱা।

(সকলোৰে হাঁহে— ৰাজখোৱাইও হাঁহি প্ৰস্থান কৰে)

লেহমন— বাক এইবিলাক কথা এতিয়া আমাৰ এৰি পেলোৱাই ভাল। কাইলৈ নামঘৰত ৰাইজে

এটা মীমাংসা কৰি দিব লাগিব।

বায়ন— বাৰু এইবিলাক কথা এতিয়া এনেয়ে চোবাই থাকিলে কি হব ! বোলে "ৰাইজই ৰজা" কালিলৈ মেলত ৰাইজে কিবা এটা মিতমাত কৰি দিব।

পেঞ্চন্— অ' বায়ন ! আজি দেখোন তোমাৰ ঘৰত বৰ হাই উৰুমি শুনিছিলো। কি হৈছিল হে ?

বায়ন— এ নকবা দিয়া। বুঢ়া কালত মোৰ ডিঙিত এইটো ভাল যেনিবা হাৰমাল লাগিল।

সূত্ৰধাৰী— অ' তোমাৰ ঘৰৰ মানুহৰ কথা কৈছা ?

বায়ন— এৰাহে পতিটো কথাৰে মই তাইক কৈফৎ দিব লাগে। তাই মোৰ ওপৰত কি নপতা ফুকন জনী ওলাইছে।

লেহমন— আজিকালিৰ তিৰোতা এনেকুৱাই হৈছে দে বৰ পিতাই।

বায়ন— থৈ দেঅ' হোৱাহে ভেবা হব।

সূত্ৰধাৰী— অঁতো ! বোলে "কহয় মাধৱ দাসে মানুহে মানুহে আছে"।

সকলোৱে— মানুহে মানুহে আছে !

বায়ন— বোলে,— ভাই ককাইৰ কাজিয়া লাগে পৰে পাই আশ্, মুনিহ তিৰিয়ে কাজিয়া লাগে ঘৰেই বনবাস।

সকলোৱে— বনবাস্।

বয়ন— মোৰ ঘৰ শুচি বাঁহতল হল দিয়া !

পাঠক— এৰা দিয়া তোমাৰ আগৰজনী মানুহ বৰ ধীৰ মানুহ আছিল।

বায়ন— হৰিভকত ! তাই মোক অকালতে আমঠু ক'লা কৰি থৈ গল। ঘাঁ, এতিয়াও শুকুৱা নাই। খালি এই আবলুষা লৰা-ছোৱালী কেইটাৰ কাৰণে এই কলগ্ৰহটো বুঢ়া কালত ডিঙিত বান্ধি লব লগা হল। তাকে এতিয়া মুখে মুখে উত্তৰ দিওঁতেই তোমাৰ মাৰিছিলো শিহু পাল খেদা এটা, পাইছে দিয়া এপালী।

লেহমন— (হাঁহি) ইস বৰপিতাই, খেদাতো মাৰোতেই এপালী পালেইনে।

(সকলোৱে হাঁহে)

বায়ন— এ, কি কৈছ অ' তই ! আখলৰ খোটালীত সোমালগৈ দেখিছে ! নহলে আজি—

পাঠক— (হাঁহি) বাক হৈছে হৈছে হৰিভকত ! তুমি বৰ ভীম পুৰুষ— ৰাইজে বুজি পাইছে।

বায়ন— (খঙৰে) মছকৰা নকৰিবাহে হৰিভকত ! কিন্তু তোমাৰ কথাও জানো।

পাঠক— কি জানাহে হৰিভকত ! কি জানা ?

বায়ন— কি নেজানোহে. কি নেজানো !

লেহমন— ( ঠিয় হৈ ) বাক নেলাগে নেলাগে মোমাই !

তিৰোতা মতাৰ কাজিয়া আমাক কেলেই ! নাম ঘৰৰ কথা পাতিবলৈ আহি আকৌ এই বিলাক বাহিৰা কথা !

সূত্ৰধাৰী— এৰা দিয়া, এতিয়া আমি নমঘৰৰ কথালৈ আহিব লাগে !

সকলোৱে— এৰা ! এৰা !!

বায়ন— (খঙৰে) পেঞ্চন খোৱা,—আজি পহিলা তাৰিখ নহয় ! তুমি কি দিবা কোৱা। আজি টকাও পাইছা।

পেঞ্চন খোৱা— আগেয়ে পিয়ন বপাইৰটো ঠিক কৰা।

সূত্ৰধাৰী— পিয়ন বপাইৰ কথাটো কেলৈ ! সি নোহোৱাহলে নামঘৰ গলেই হেঁতেন ! তুমি পহিলা তাৰিখেতো আমাক মাতিছিলা ?

পেঞ্চন খোৱা— পহিলা তাৰিখে সিওতো তোমালোকক মাতিছিল !

পাঠক— আমি তাৰ বৰঙণি বিচাৰি অহা নাই।

বায়ন— এৰা তোমাৰ কথাটো কোৱা।

লেহমন— মই মণিকূটটো টিনৰ কৰিম বুলি ভাবিছো, আৰু তাৰ বাবে টিন এবান্ধ ময়েই দিম।

সকলোৱে— হওক হওক—

সূত্ৰধাৰী— ই বৰ ভাল কথা।

বায়ন— (পেঞ্চন খোৱাক) এতিয়া তুমি কি দিয়া ! একে চৰকাৰী চাকৰি কৰা মানুহ, তুমি নহলে খুটা

দুযোৰকে দিয়া।

সকুলবা— বৰ পিতাইৰ তাতো ভাল সোনাৰু খুটা চাৰি যোৰ আছে; দিও বুলিলে এযোৰ মান দিব পাৰে।

বায়ন— (ঠিয় হৈ) তেনে কথা নকৰিঅ’? উঁয়ে খোৱা খুটা চাৰিযোৰ পেলাই থৈছো, ভৰাল ঘৰটো উভিম বুলি। তাতে তোৰ চকুটো পৰিছেগৈ। চকুচৰহাতো কতা!

পাঠক— ই চকুচৰহাই দিয়া হৰিভকত! মোৰ কঠাল জোপাৰ কঠাল এটাই কেইটা পাৰি নিলে দিয়া। তস্কৰটো কতা!

সকুলবা— নিমতো! দেখা-দেখিকৈ নিছো। মোৰ ফাললৈ অহা ডাল কেইটাৰ কঠাল মই পাৰি নিমেই। তোক আজি কিমান দিনৰ পৰা কৈছো কঠাল জোপা কাটিবলৈ।

পাঠক— কিয় কাটিম অ’ কিয় কাটিম!

সকুলবা— চাচোন পিয়ন কাই! সেই গছ জোপাই মোৰ বাৰী গোটেইখন চেঁচুক কৰিছে। গোটেই বাৰী খনত গছপুলি এটাও নুঠা হল। গছ জোপাও নেকাটে আৰু মোৰ ফাললৈ অহা ডাল বিলাকো ডলি দিবলৈ কলে নডলে। মই দেখিম নহয় তই কেনেকৈ কঠাল খাৱ?

পাঠক— বাৰু ময়ো তোক দেখিম! মই সেই সময়ত

নাছিলো দেখিছে। নহলে তোৰ কল খোৱা ধাতু বাহিৰ কৰিলো হেঁতেন।

সকলৰা— ময়ো তোৰ বুঢ়া হাৰ পেলাই দিলোহেঁতেন।

লেহমন— ( ঠিয় হৈ ) ইমান সাহনে তোৰ! গাৱঁৰ বুঢ়া এজনক বঢ়া বচন বোল।

বায়ন— দেখিলা ইয়াৰ দেমাকীত্তো (ঠিয় হৈ) হেৰ বেয়াকৈ আগলি কাটিছ। ভৰ বয়সত মাদলী ফুটিবি। হৰিভকত! ইয়াৰ ওপৰত আজি নামঘৰত মেল দিয়া। দুৰাচাৰ কতা।

লেহমন— বাক বাক বৰপিতাই তয় বহ। সকলৰা! মোমাইক তই ভৰিত ধৰি মাত।

পেঞ্চন— মাত ভৰিত ধৰি মাত। (সকলৰাই ভৰিত ধৰে)

পাঠক— বাক যা। উঠি অহা লৰাৰ ইমান তেজ হোৱা ভাল নহয়।

লেহমন— মোমায়েও বেযা কৰিছ নহয়! তোৰ এজোপা গছৰ কাৰণে তাৰ গোটেইখন বাৰী নষ্ট হবনে, কচোন বাক?

বায়ন— এৰা হৰিভকত তুমিও কম নোহোৱা। গছডাল কাটি নেপেলোৱা কিয়?

লেহমন — ৰাইজ! আজি গধূলি নামঘৰলৈ সকলো আহিবা। তাতেই কোনে কি দিব মই সকলো ঠিক কৰি দিম।

সূত্ৰধাৰী— নহয় পেঞ্চন খোৱাই আজি পহিলা তাৰিখেই কিবা এটা কম বুলিছিল নহয় ?

লেহমন— বাৰু এতিয়া নেলাগে দে। নামঘৰতেই সকলো ঠিক হব। সকলৰা ! গাৱঁৰ ডেকা লৰা বিলাককো খবৰ দিবি।

পাঠক— তেন্তে আৰু এতিয়া ৰাইজ উঠিবহে লাগে।

বায়ন— এৰা সকলো নামঘৰলৈ ওলাই আহোগৈ।

(সকলো উঠে)

—×—

(অঙ্ক শেষ)

# দ্বিতীয় অঙ্ক

[ ৰাজেন্দ্ৰ হাকিমৰ ড্ৰয়িংৰুম। হাকিমৰ ছোৱালী পাৰুলে চিলাইৰ কাম কৰি থাকে। এনেতে ডেকা উকিল, ৰমনী গোসাই আহে ]

ৰমনী— Good morning.

পাৰুল— (হাঁহি মাৰি) বহক, আজি দেখোন কছাৰীৰ পৰা সোনকালে আহিল ?

ৰমনী— এৰা আজি কেচ কম আছিল। আজি এটা কে'চত তোমাৰ দেউতাৰাৰ লগত মোৰ difference of opinion হৈছে। কি কৰে জানো ? তুমিও দেখোন কলেজৰ পৰা সোনকালে আহিলা ?

পাৰুল— আমাৰ আজি ক্লাচ ১½ টা লৈকেহে আছিল। মাত্ৰ দুঘণ্টা। থাক, আপুনি আজি টকা কিমান পালে ?

ৰমনী— কিয় ? দুদিন মানৰ পিচত টকা পয়চা সকলো তোমাৰ হাততেই জমা হব। তেতিয়াও হিচাব লবা চোন।

পাৰুল— ইস্, মই হবলা সেই কাৰণে সুধিছোঁ।

ৰমনী— তুমি যি কাৰণেই নোসোধা, তোমাক সুধিব পাৰিম

দিয়া। ভয় নকৰিবা। অৱশ্যে—উকীল—বিয়াৰ "কেণ্ডিদেট" হিচাবে বৰ ভাল নহয়।

পাৰুল— তেনেকুৱা কথা ক'লে বৰ বেয়া পাওঁ।

ৰমনী— নাই নাই, ধেমালিহে কৰিছোঁ। Just to see you, Don't mind Please.

পাৰুল— মই promise কৰিছো—

ৰমনী— (হাত যোৰ কৈ) For God's Sake, don't promise anything dangerous.

পাৰুল— Hear me First.

ৰমনী— All right, go on

পাৰুল— মই law পাছ কৰিম আৰু উকীল হৈ সদায় আপোনাৰ বিপক্ষে থিয় হম।

ৰমনী— তুমি জানানে যে, মই নতুন যদিও already বাৰত মোৰ এটা নাম হৈছে।

পাৰুল— মই আপোনাৰ সেই reputation নিষ্প্ৰভ কৰি দিম।

ৰমনী— (বৰকৈ হাঁহি) For Heaven's Sake, don't do this don't do this. I can face every body in the court, but not you, not you.

(এই বুলি ওচৰ চাপি যায়। এনেতে হাকিমনীৰ প্ৰবেশ)

হাকিমনী— বপা কেতিয়া আহিলা?

ৰমনী— ( অপ্ৰস্তুত হৈ ) নাই, মই এই অলপ আগতে আহিছোঁ।

হাকিমনী— বহা বহা, মই তোমালৈ একাপ চাহকে আনোগৈ।

(হাকিমনীৰ প্ৰস্থান)

ৰমনী— দেখিলেনেকি ?

পাৰুল— নাই।

ৰমনী— ( বহি ) হেৰা আজি বৰ ভাল picture এখন আহিছে, যাবানে ?

পাৰুল— নাই মোৰ পইচা নাই।

ৰমনী— পইচা হিচাবে মোৰো নাই। ধাৰ-ঋণ কৈ কিবা এটা কৰিব লাগিব, বলা। হেৰা, যোৱাৰ আগতে এটামান গান শুনি যাব পৰা হলে বেয়া নাছিল ?

পাৰুল— বাৰু ৰব, মই Redio টো লগাই দিওঁ।

(যাব খোজে)

ৰমনী— নহয় নহয় মোক লাগে জীৱন্ত।

পাৰুল— মানে ?

ৰমনী— মানে আৰু কি ? জীৱন্ত। (পাৰুলক আঙুলিৰে দেখুৱায়)

পাৰুল— নাই নাই নহব। আপুনি বৰ বেয়া মানুহ।

ৰমনী— মই বেয়া মানুহ ? হবই নোৱাৰে। মই পাক্কা ভদ্ৰলোক ! সকলোৱে কয়। গোৱা।

পাৰুল— বাৰু গাঁও, বেয়া হলে মোৰ গাত জগৰ নাই কিন্তু

ৰমনী— বেয়া হলে Mercy Plead কৰিবা। অলপ fine কৰি এৰি দিম্।

পাকল— ইস, মই ফাইন চাইন দিব নোৱাৰো। (গান গায়)

—গান—

মোৰ প্ৰনয়ৰ
শত জোনালী নিশাই
তোমাৰ বুকুৰ পৰশ ধীয়াই
স্মৃতিৰ পটত ভাহি যায় ।।
দূৰ গগণৰ কোনোবা ৰাতি
মোৰ মন নীলিমাত
ভাহে তোমাৰে ছবি
ৰূপৰ দীপালি পাতি
নিবিৰ নিশাৰ সপোন ভাঙি—
প্ৰণয় উঠে মোৰ জাগি ।।
কামনাৰ শেৱালীৰে গন্ধ সানি
বাসনাৰ নিয়ঁৰৰ মুকুতা বাচি
ৰচা কবিতাৰ ছন্দ তুমি
হিয়াৰ দেউলতে আজি মোৰ জ্বলে
আশাৰে শত দীপাৱলী ।।

(গানৰ অন্তত কলিমনৰ হাতত ট্ৰে, টিপত্, কাপ, প্লেটত মিঠাই দি, হাকিমনীৰ প্ৰবেশ)

হাকিমনী— (কলিমনক) তই যা। পাৰুল, তই চাহটোপা বাকি দে।

( কলিমনে চাহ থৈ প্ৰস্থান কৰে )

[পাৰুলে চাহ বাকি দিয়ে। ৰমনী উকীলক চাহ আৰু মিঠাইৰ প্লেট্ আগবঢ়াই দিয়ে আৰু নিজে একাপ সুদা চাহ বাকি লয়]

হাকিমনী— তই দেখোন সুদা চাহ ললি? গা অসুখ নেকি?

পাৰুল— নহয় মোৰ ভোক নাই। মূৰটো অলপ টিন টিনাইছে।

হাকিমনী— মূৰটো টিন-টিনাইছে যদি, বপাৰ লগত অলপ ফুৰি নাহগৈ কিয়? মুকলি বতাহ লাগিলে ভাল লাগিব।

পাৰুল— নহয় এখেতে কৈছে বোলে, ভাল পিকছাৰ এখন আহিছে। তাকে—

হাকিমনী— নেযাৱনো কিয়? তোৰনো কোনে মানা কৰিছে? বপা লৈ যোৱা।

ৰমনী— (চাহ খাই খাই) আইতা! এওঁ বোলে উকীল হব।

হাকিমনী— উকীল হব! কেতিয়া কলেজ এৰিব লাগে তাৰ ঠিক নাই।

পাৰুল— কিয় মা? বিয়া হলে জানো পঢ়িব নোৱাৰি?

হাকিমনী— (হাঁহি) বিয়াৰ পাচত তোৰ সকলো কথা নিৰ্ভৰ কৰিব বোপাৰ ওপৰত। সেইটো তেওঁৰ অভিৰুচি।

ৰমনী— আইতা, আপনালোকৰ মাক-জীয়েকৰ কথাৰ মাজলৈ মোক নেটানিব।

পাকল— পুৰুষেতো নাৰী-জাতিক হেঁচা মাৰি ৰাখিবলৈ সদাই চেষ্টা কৰি আহিছে। কিন্তু এতিয়া সমাজ সংস্কাৰৰ দিন। আজি নাৰী-জাতিৰ দায়িত্বপুৰুষতকৈ কোনো-গুণে কম নহয়। নাৰী জাগৰণৰ দিন আহিল।

হাকিমনী— সেইটো সঁচা কথা; কিন্তু প্ৰশ্ন হইছে যে বৰ্ত্তমান ভাৰতীয় নাৰীৰ আদৰ্শ, কেনেকুৱা হোৱা উচিৎ।

ৰমনী— নিশ্চয়। সীতা, সাবিত্ৰী হয়, নে উচ্চশিক্ষিতা ৰাজনীতি পাৰ্গতা মহিলা হয়, নে সু-গৃহস্থনী হয়।

পাকল— (খংঙৰে) তেন্তে আপুনি কব খোজে নেকি যে নাৰীয়ে সদায় ঘৰ সংসাৰ চলাই পুত্ৰ-কন্যাক মানুহ কৰি গেবাৰী খাতি থাকিব। এই বিলাক পুৰণা কথা।

ৰমনী— ঘৰ সংসাৰ চলাই পুত্ৰ-কন্যাক মানুহ কৰা জীৱনটো গেবাৰী খতা জীৱন, নে ত্যাগৰ জীৱন সেইটো ভাবিবলগীয়া কথা।

পাকল— তেন্তে নাৰীৰ কোনো উচ্চ আকাঙ্ক্ষা নাই নেকি?

ৰমনী— নাৰীৰ উচ্চ আকাঙ্ক্ষা মানে তুমি কি বুজা মই কব নোৱাৰোঁ; কিন্তু ভাৰতীয় নাৰীৰ কোনো দিনাই উচ্চ শিক্ষা লাভ কৰি চাকৰী কৰা আদৰ্শ নাছিল। আজি কালি নাৰী সমাজৰ এই আধুনিক ভাবটো

পশ্চিমীয়া বতাহৰ প্ৰাদুৰ্ভাব যাথোন।

পাৰুল— তেন্তে আপুনি স্ত্ৰী-স্বাধীনতাৰ পক্ষপাতি নহয় ?

ৰমনী— তুমি মোক ভুল নুবুজিবা পাৰুল। বাস্তৱিকে ই আজি সমাজৰ এটা কঠিন সমস্যা। স্ত্ৰী-স্বাধীনতা বা স্ত্ৰী-শিক্ষা কেনেকুৱা হোৱা উচিত সেইটো অকল নাৰীজাতিৰ নহয়, পুৰুষৰো ভাবিব লগীয়া হৈছে।

পাৰুল— বাৰু যদি এজনী ছোৱালীয়ে economically strong হৈ বিবাহ নকৰে তেতিয়া ?

ৰমনী— তেতিয়াও মই কব নোৱাৰো, সেই ছোৱালী গৰাকীয়ে নাৰীত্ব আৰু মাতৃত্বৰ হাত সাৰে কেনেকৈ ?

হাকিমনী— বাৰু বাৰু বোপা, আমাক সেই বিলাক কথা নেলাগে ! পাৰুল, তহঁত দুয়োৰো ভিতৰত মতানৈক্য হলে দুয়ো নিজেই মীমাংসা কৰি লবি। বিবাহিত জীৱন সুখৰ হব। বিয়াৰ পিচত তোৰ এই বিলাক খেলি মেলি ভাব নেথাকে। যা, ওলাই আহগৈ।

পাৰুল— কিন্তু এই বিষয়ে মই সদাই আপোনাৰ লগত তৰ্ক কৰিম।

ৰমনী— বাৰু বাৰু দেখা যাব। (পাৰুলৰ প্ৰস্থান)

হাকিমনী— বপা মোৰ একেজনী ছোৱালী। তাই বৰ অভিমানিনী। বয়স কম। তৰ্ক কৰিবলৈ ভাল পায়। তুমি শিকাই বুজাই লবা। পিচে, ঘৰৰ

মত আনিলা জানো ?

ৰমনী— হয় আনিলো, সকলো মান্তি।

হাকিমনী— তেন্তে আৰু, দিনবাৰ এটা ঠিকহে কৰিব লাগে।

ৰমনী— আপোনালোকে চোৱা চিন্তা কৰি দিনবাৰ এটা ঠিক কৰক। এই মাহত নেপাতি অহা মাহত হলে ভাল হয়।

হাকিমনী— এৰা বপা, এই বিলাক শুভ কাম সোনকালে হৈ যোৱাই ভাল।

(হাতত মনি বেগ লৈ পাৰুলৰ প্ৰবেশ)

(কলিমনৰ প্ৰবেশ আৰু ট্ৰে, টিপট আদি লৈ প্ৰস্থান)

পাৰুল— মা, দেউতা আহিলে কৰা দেই।

হাকিমনী— দেউতাৰ দেখোন অথনিয়েই আহিল।

ৰমনী— তেখেত কছাৰীৰ পৰা আহিল নেকি ?

হাকিমনী— তোমালোকে চাহ খোৱাৰ আগতে আহিল।

ৰমনী— (পাৰুলক) বলা, বলা। (দুয়োৰো প্ৰস্থান)

(হাকিমনীয়ে পাৰুলে এৰি থৈ যোৱা ৰুমাল খনত ফুল তুলি মুখেৰে কিবাকিবি কৈ থাকে)

হাকিমনী— ঘৰত অমত নহল যেতিয়া, ভয় নাই। অহা মাহত বিয়া পাতিবই লাগিব। হাকিমৰ টকাৰ নাটনি সদায় আছেই। টকাৰ পৰাই মোৰ লগত সদায় কাজিয়া কৰে মানুহ ৰাতিৰত ৰহি আছে

বুলি জানিও মোৰ লগত কাজিয়া কৰিছে।

(কলিমনৰ প্ৰবেশ)

কলিমন— আইদেউ! আজি হুজুৰক কবচোন, মোৰ ঘৰলৈ টকা পঠাব লাগে। ত্ৰিশটকামান দিলেও হব।

হাকিমনী— মই টকা পয়চাৰ কথা একো নেজানো। সেই বিলাক কথা মোক নকবি।

কলিমন— নহয় আইদেউ মোৰ হুজুৰক কবলৈ ভয় লাগে। এই মাহত টকা পঠিয়াব নোৱাৰিলে খাজানাৰ লগত সকলো সম্পত্তি নিলাম হব।

হাকিমনী— (কলিমনলৈ চাই) কলিমন, ইয়াৰ পৰা ওলাই যা। তোক কিবা টকা পয়চা লাগে, হাকিমক কগৈ। কছাৰীৰ পৰা আহিয়েই মোৰ লগত কেনেকৈ কাজিয়া কৰিছে দেখা নাই? মই এই ঘৰৰ একো নহওঁ।

কলিমন— আমি দুখীয়া মানুহ। আই বোপাইক এৰি বিদেশত চাকৰী কৰিছোঁহি, এই পয়চা কেইটাৰ কাৰণে। তাৰে যদি—

হাকিমনী— (ঠিয় হৈ) ওলাই যা বুলিছোঁ, বেচি কথা নকবি। এই বিলাক কন্দাকটা কৰগৈ তোৰ হাকিমৰ ওচৰত। যা।

[কলিমন ভয়ে ভয়ে ওলাই যায়। চিগাৰেত হুপি হুপি হাকিমৰ প্ৰবেশ, আৰু চকি এখন তান মাৰি লৈ হাকিমনীৰ ওচৰতে বহে]

হাকিম— তোমাৰ অলপমান কথাতে চকুৰ পানী ওলায়। গহনা বিলাক বাৰু কিয় সোলোকাই পেলালা? ৰমনীয়ে মন নকৰিলে কাৰণেহে। সি গহনাৰ কথা সোধা হলে কি কলাহেঁতেন?

হাকিমনী— পেলামতো সোলোকাই। আপুনি মোক সৰু লৰা-ছোৱালীৰ নিচিনাকৈ ভুৰুকীয়াবলৈ চেষ্টা কৰে কিয়?

হাকিম— মই তোমাক কলোঁ, বোলোঁ আগেয়ে ৰমনীক চাহ টোপা দি আঁহাগৈ। তাৰ পিচতো হিচাব লবা।

হাকিমনী— বাৰু বুজিছোঁ দিয়ক। নেলাগে মোক কুহুলীয়াবলৈ। এতিয়া দেখিম নহয় ছোৱালীৰ বিয়া কেনেকৈ পাতে। লাগিলে নহয় অহা মাহত গহনাই পাতিয়ে, কানিয়ে কাপোৰে।

হাকিম— তুমি একো নুবুজাই সঁচা। তুমি ভাবা যে, দৰমহা পাই টকা বিলাক মই কৰবাত জমা দি আছো। দৰমহা পাওঁ ৫২৫৲। দৰমহা পায়েই ১২৫৲ ডাঙৰ মইনালৈ আৰু ১২৫৲ সৰু মইনালৈ পঠাওঁ। ৫০৲ প্ৰভিডেণ্ট ফাণ্ডত কাটে। বাজে বাজে ৮৫৲ লাইফ্ ইন্সিওৰেঞ্চৰ প্ৰিমিয়াম দিওঁ। বাকী থাকিল ১৪০৲। সেইয়া তোমাৰ হাততে দিছোঁহি। ইয়াত আৰু মই টকা লুকুৱালো কত?

হাকিমনী— সেই ১৪০৲ টকানো মোৰ হাতত কিয় দিব

লাগে ? আপোনাৰ হাততেই ৰাখক। মই সেই কেইটা টকা কাৰ নাকত দিম? ৰজাৰ খৰচেই কৰিম নে চাকৰ বাকৰকেই দিম! ধোবা, নাপিত, মুচি এই বিলাকতো আছেই। মানুহৰ খেচুখেচুনি খাবলৈ মোৰ কোনো প্ৰয়োজন নাই।

হাকিম— প্ৰয়োজন যে অকল মোৰেই সেইটো কথা মই জানো। কিন্তু কোন মাহত নো মই মানুহক টকা দিয়া নাই ? অলপ অচৰপকৈ হলেও সকলোকে মাহে মাহে টকা দি আছোঁ। দুদিনৰ আগপিচ হয় মাত্ৰ। ইফালে ধাৰ আছি ডিঙিৰ গুৰি পাইছেহি। পহিলা তাৰিখ নহয় যেনিবা মূৰ ঘোলা কৰা তাৰিখহে।

হাকিমনী— গোটেই মাহটো বাকীৰ ওপৰতে চলে যেতিয়া, সকলোৱেই এই পহিলা তাৰিখটোলৈ বাট চাই থাকে বুলি জানিব লাগে। ইয়াত মূৰ ঘোলা কৰাৰ কথা কি আছে ?

হাকিম— এৰা এইটো মোৰেই দোষ। মই সকলো বুজিব লাগে আৰু তোমালোকে একোকেই বুজিব নেলাগে।

হাকিমনী— মইনো আপোনাক কিহৰ কাৰণে, কেতিয়া কি দিগদাৰী দিছোঁ। যোৱা মাহতেই এজোৰ কাপোৰ লৈছিলোঁ। তাৰো এতিয়ালৈকে টকা দিব পৰা নাই। মাত্ৰ এজাল নেকলেছৰ কথা কৈছিলোঁ,

নেলাগে মোক সেই বিলাক একোকে। আজিৰ পৰা মই সকলো পৰিত্যাগ কৰিছোঁ।

হাকিম— হেৰা, তুমিযে এই বিলাক কথা বকিছা, মই জানো তোমাৰ ওপৰত কিবা খং কৰিছিলো ?

হাকিমনী— কৰিছেতো খং। নহলে ৰমনী বোপা ইয়াত বহি থকা বুলি জানিও কিয় কলিমনক গালি পাৰিছিল ? মই কি নুবুজোঁ। মই গহনাৰ কথা কোৱাতেই লাগিল জগৰ। মোৰ খংটো নি কলিমনৰ ওপৰত জাৰিছেগৈ।

হাকিম— হেৰা, মই কলিমনক গালি পাৰিছিলোঁ তাৰ কামৰ বাবে। তুমি এনেয়ে এটা এটা ভাবি উলিওৱা।

হাকিমনী— বাৰু মই জানো দিয়ক। আজি ইমান দিনে আপোনাক চিনিবলৈ মোৰ আৰু বাকী নাই। পৰৰ হাত মুখলৈ যি চাব লাগে তাৰ সমান দুৰ্ভগীয়া নাই।

হাকিম— তোমাৰ যে অলপ খং উঠিলেই কি কথা কোৱা তাক নিজেই কব নোৱাৰা। কছাৰীত ছঘণ্টাকৈ চোৰ ডকাইতৰ ঘিণ লগা কথা আৰু উকীলৰ আওপকীয়া জেৰাত মূৰ দুফাল হৈ আহিব, ঘৰত আহি আকৌ এই বিলাক অশান্তি। Life টো Unbearable হৈ উঠিছে। জীৱনটো কিবা তিতা লাগিছে।

হাকিমনী— জীৱনটো তিতা লাগিব নেলাগে দিয়ক। ময়েই আপোনাৰ কণ্টক হৈছোঁ। যাম, আৰু বেচি দিন নাই। মোৰ গাৰ গতিও সিমান ভাল নহয়।

(তললৈ মূৰকৈ কান্দে)

হাকিম— (চকিৰ পৰা উঠি) ছিঃ নীলিমা, নীলিমা, তুমি এইবিলাক কি কৰিছা ?

হাকিমনী— নেলাগে আপুনি মোক নীলিমা বুলিব।

হাকিম— উস্, তুমি এনেকুৱা কৰিলে মই ঘৰে দুৱাৰে জুই দি গুচি াম। নীলিমা! মোৰে শপত, নেকান্দিবা। (গাত হাত দিয়ে)

হাকিমনী— (বৰকৈ কান্দি) আপুনি আজিৰ পৰা মোক আপোনাৰ ঘৰত কাম কৰা চাকৰণী বুলি ভাবিব।

হাকিম— ছেঃ মহা মস্কিল। নীলিমা, লৰা কলেজত পঢ়িছে, ছোৱালী বিয়া দিবৰ হল, এতিয়ানো মানুহে এনেখন কৰেনে ?

হাকিমনী— নেলাগে, আপুনি ইয়াৰ পৰা যাওক।

হাকিম— (কেউফালে চাই) কোনোবাই দেখিলেনো বাৰু কি বুলিব ? নীলিমা, ছোৱালীৰ বিয়াৰ কাৰণে তুমি চিন্তা কৰিব নেলাগে। মই প্ৰভিডেণ্ট ফাণ্ডৰ টকাৰ কাৰণে apply কৰিছোঁ। দুই এদিনৰ ভিতৰতে ছহেজাৰ মান টকা পাম। সকলো হব। চিন্তা নকৰিবা। মোৰে শপত নেকান্দিবা।

হাকিমনী— (চকু মোহাৰি উঠি) কিয় শপত দিয়ে, দুখ পাতলিলে মই নিজেই মনে মনে থাকিম নহয়। মোক নিচুকাবলৈ মই কেছুৱা ছোৱালী নহয় নহয়।

হাকিম— (চকি এখনত বহি) তুমি বৰ অঁকৰা মানুহ দেও।

হাকিমনী— (অলপ হাঁহি) ইস অঁকৰা! নিজেই গালি পাৰি আকৌ নিজেই

(কলিমনৰ প্ৰবেশ)

কলিমন— হজুৰ, জয়চাঁদ বাবু আহিছে।

হাকিম— (গহীনকৈ) যা, ইয়ালৈ মাতি আন।

(কলিমনৰ প্ৰস্থান)

তুমি ভিতৰলৈ যোৱা, মুখ হাত ধুই আহাগৈ (হাকিমনী যাব খোজে) হেৰা, আহোতে প্লেট্ এখনতে অলপ মছলা লৈ আহিবা।

হাকিমনী— (ওঁঠ চাপি) হেৰি নহয়, ছহেজাৰ টকাই জানো, গহনাই পাতিয়ে কানিয়ে কাপোৰে হবগৈ?

হাকিম— দুই এহেজাৰ যদি বেচি লাগে, কিবা এটা কৰিম দিয়াচোন।

হাকিমনী— (হাঁহি) মোকোতা মাৰি হলে থব নোৱাৰিব। মোৰ একেজনী ছোৱালী।

হাকিম— নথওঁ দিয়া। standard বজাই ৰাখিবই লাগিব।

(হাঁহি হাঁহি হাকিমনীৰ প্ৰস্থান। আন ফালৰ পৰা জয়চাঁদ বাবুৰ প্ৰবেশ)

জয়চাঁদ— ৰাম ৰাম হজুৰ।

হাকিম— ৰাম ৰাম বহক।

জয়চাঁদ— (চকি এখনত ভৰি এখন তুলি বহে) হজুৰৰ মনটো আজি বহুত খাৰাপ দেখাইছে।

হাকিম— এৰা আজি এটা ডাঙৰ কে'চৰ শুনানী আছিল। আচামীজন ভদ্ৰলোক। কিন্তু কি কৰিম, দুবছৰ জেল দিলোঁ।

জয়চাঁদ— সীতাৰাম! দুই বৎছৰ! হজুৰে বহুত কাৰাদণ্ড বিহিছে।

হাকিম— কি কৰিব, আইনৰ বন্দী আমি। আমাৰ ওপৰত আকৌ হাই ক'ৰ্ট আছে নহয়।

জয়চাঁদ— এইটো ঠিক কথা আছে। নিজকে মাৰি পৰকে কি ৰকম বচাবা। হজুৰছে হজুৰকা হুকুম ডাঙৰ আছে। (হেঃ হেঃ কৈ হাঁহে আৰু জেপৰ পৰা মছলা উলিয়াই দুটা এটা মুখলৈ গলিয়াই থাকে)

হাকিম— পিচে আপোনাৰ টকাৰ কাৰণেহে আহিল?

জয়চাঁদ— ৰাম ৰাম, আপনাৰ টেকাৰ কাৰণে কি আছে? টেকাৰ তাগিদ হজুৰকে কোনোদিন কৰিছেনাকি? খালি আজ কাল বজাৰটো বহুত মন্দা আছে। মহাপাত একদম দুবাই দিছে।

(হাকিমনীয়ে মচলাৰ প্লেট লৈ প্ৰবেশ কৰে। জয়-চাঁদ চকিৰ পৰা উঠে আৰু নমস্কাৰ কৰে। হাকিমনীয়ে প্লেটখন জয়চাঁদক দিয়ে। জয়চাঁদে হাত পাতি লয় আৰু বহে)

জয়চাঁদ— (হাকিমনীক) আপনাৰ চৰীৰ (শৰীৰ) কি ৰকম আছে ?

হাকিমনী— ভালেই বাবুজী

জয়চাঁদ— আপনাৰ আচমানী ৰঙ্গৰ জৰ্জেট কাপোৰটো মই আলদা কৰি ৰাখি দিছো। আপুনি আনিম বুলিলা, মানুহ নাই ভেজিলা।

হাকিমনী— এৰা হাকিমৰ এই মাহত টকা নহ'ব। আগৰ টকাও আপোনাক দিবলৈ বাকী আছে। কাপো-ৰটো- বিক্ৰি কৰি দিব। বাৰে ৰাৰে আপোনাক দিগদাৰী দিবলৈ ভাল নেলাগে।

জয়চাঁদ— ডাঙ্গৰীয়ানী। কি ৰকম কথা কলে। এইটোতো ঘৰৰ কথা আছে। খালি দুই একদিন দেৰী। এইটো কোনো কথা নাই আছে।

হাকিম— (হাঁহি) হাকিমনীৰ আজি মোৰ ওপৰত খং উঠিছে বুজিছে বাবুজী। পিচে কাপোৰটো আপুনিয়েই আজি পঠাই দিবগৈ।

জয়চাঁদ— ছেঃ ছেঃ, হজুৰৰ ওপৰত আপ্নি. খং কৰিলে কি ৰকম হব ? চৰ্ব্বনাচ কৰিলে। আচ্ছা আচ্ছা মই আজি পঠাই দিম। (হাকিম হাকিমনীয়ে হাঁহে)

হাকিম— মোৰ ছোৱালী জনীৰ অহা মাহত বিয়া পাতিছোঁ। বিয়াৰ কাপোৰৰ লগতে মই অহা মাহত সকলো টকা আদায় কৰি দিম। বেয়া নেপাব।

জয়চাঁদ— আৰে ৰাম ৰাম, হুজুৰকে কি ৰকম বেয়া পাব? হুজুৰ মাফিক ভদ্ৰলোক এই জিলামে কোন আছে?

(হাকিমে হাকিমনীৰ মুখলৈ চাই হাঁহে)

হাকিম— হয় নেকি?

জয়চাঁদ— হয় হুজুৰ, জয়চাঁদ একচুলি ভৰ মিছা নাই কৈছে। (সকলোৱে হাঁহে) আচ্ছা, জামাই বাবুৰ ঘৰ ক'ত আছে? হুজুৰকা ছোৱালী ছাদি কৰিব যিতিয়া জৰুৰ ডাঙ্‌ৰীয়া মানুহ আছে। পুলিচ চাহাব আছে। নাইতো বৰাচাহাব আছে, নাইতো জৰুৰ হাকিম আছে। (সকলোৱে হাঁহে)

(কলিমনৰ প্ৰবেশ)

কলিমন— আইদেউ! কৃপাল বাবু আহিছে।

হাকিমনী— যা, ইয়ালৈকে মাতি আন। (কলিমনৰ প্ৰস্থান)

জয়চাঁদ— আচ্ছা নমস্তে। মই যাওঁ। মাইজীৰ কাপৰটো এতিয়া ভেজি দিম। (প্ৰস্থান)

হাকিম— কোন কৃপাল বাবুহে?

হাকিমনী— আপুনি কৃপাল বাবুকনো চিনি নেপায়নে?

(কৃপাল বাবুৰ প্ৰবেশ)

হাকিম— অ’ আপুনি, আহক।

(কৃপাল বাবুৱে নমস্কাৰ কৰি কোচ মোচ খাই বহে)

হাকিমনী— মই এখেতক দুটা আঙঠী কৰিবলৈ দিছিলোঁ। এটা পাকুলৰ কাৰণে এটা মোৰ কাৰণে। আঙঠী দুটা বৰ ধুনীয়া হৈছে। পিচে মই দাম হে দিব পৰা নাই।

হাকিম— অ’ বাৰু।

কৃপাল— না, না, না, আমি সেই জন্য এখানে আসিনি। আমি এসেছিলাম অ’ বাড়ীতে নেমনৃতন্ন খেতে। ভাবলাম, মাৰ সঙ্গে একবাৰ দেখা কৰে যায়। আপ্‌নাদেৰ পয়চাৰ জন্য কি ভাব্‌না আছে ?

হাকিমনী— এখেত টাউনৰ ভিতৰত ধনী মানুহ। এখেতৰ এতিয়া দহ-বাৰজন কৰ্ম্মকাৰ আছে। অকল মানুহজনৰ ভদ্র ব্যৱহাৰৰ কাৰণেই সকলোৱে ভাল পায়।

হাকিম— মই জানো।

কৃপাল— চাৰ, আজকে আমাৰ আসামে ত্রিশবৎছৰ হল। এখন বলতে লজ্জা কি। আমি যখন দেশ থেকে প্রথম আসি আমাৰ কিছুই ছিলনা। সোণাৰ কাজ একটু জানাছিল বলেই এই ব্যবসায়ে হাত দেই। টাউনেৰ প্রত্যেক পদস্থ কৰ্ম্মচাৰীই আমাকে বৰা-

খৰই একটু দয়াৰ চক্ষে দেখে। আজ মায়েৰ কৃপায় আৰ আপনাদেৰ আশীৰ্ব্বাদে আমাৰ কিছুৰই অভাব নেই।

হাকিম— সকলো কথাতে মানুহৰ ভাগ্য লাগে। বাৰু, এডাল নেকলেছত কিমান পৰিব ?

কৃপাল— চাৰ, কতই আৰ্ পৰবে ? এই ধৰুণ তিনশ, চাৰে তিনশ, এৰিৰ মধ্যে হয়ে যাবে। সোণা সহ।

হাকিম— বহুত পৰে দেখোন।

হাকিমনী— নাই, মোৰ নিমিত্তে কৰালে তেখেতে অলপ সস্তাতেই দিব।

কৃপাল— অ' মায়েৰ জন্য ? টা-আমি পাৰব। মায়েৰ কাছে আমি অনেক টাকা পেয়েছি। মজুৰিৰ দামটা নাহয়, নাই নিলাম।

হাকিম— নহয় নহয়, মজুৰিৰ দামটো নলব কিয় ? কিন্তু সোণৰ দাম দিবলৈকেতো মোৰ হাতত এতিয়া টকা নাই।

হাকিমনী— টকা তেওঁক পিচত দিলেও হব দিয়কচোন।

কৃপাল— তা হবে, তা হবে। আমি এক সপ্তাহেৰ মধ্যে নেকলেছ তৈৰী কৰে এনে দিয়ে যাব। (যাব খোজে)

হাকিম— ৰহকচোন কৃপাল বাবু, আৰু এটা কথা আছে। অহা মাহত মোৰ ছোৱালীজনীৰ বিয়া। সকলো

গহনা আপুনিয়েই কৰি দিব লাগিব।

কৃপাল— চাৰ, এটা শুভ সংবাদ। আপ্‌নি যখনই ডাকবেন আমি তখনই আসব।

হাকিমনী— অহা সপ্তাহত মাত্তিলেই বোধ হয় ভাল হব।

হাকিম— ওঁ হব। তেনেহলে আপনি অহা সপ্তাহতেই আহিব। কি কি বস্তু লাগে মই লিষ্টি দিম, আৰু আগৰ বাকী টকাৰে সৈতে মই সকলো টকা আদায় কৰি দিম।

কৃপাল— টাকাৰ জন্য কি আছে? আপনাদেৰ টাকা আমাৰ হাতে থাকলে যা আপনাদেৰ হাতে থাকলেও তা। শুভ কাম হয়ে যাক। জন্ম, মৃত্যু, বিবাহ এই সবেৰ কথা কেউ বলতে পাৰে না। মায়েৰ কৃপায় সকল শুভই হইবে। আচ্ছা চাৰ, মা! আমি এখন আসি।

(নমস্কাৰ কৰি ভৰি টিপি টিপি প্ৰস্থান)

হাকিম— বুজিছা, ইহঁত আজি পহিলা তাৰিখ দেখি প্ৰত্যেকেই তাগাদাত আহিছে। আজি মই হাকিম বুলিয়েই তাগিদটো অৱশ্যে অন্য ৰকমৰ।

হাকিমনী— বাৰু দিয়ক চোন, সিহঁতে যথেষ্ট খাতিৰ কৰিছে। এই ধাৰৰ কাৰণে বেচি মূৰ ঘমাব লগীয়া হোৱা নাই। এই বিলাক ধাৰ আপুনি যেতিয়াই মাৰে

কোনো কথা নাই।

হাকিম— নহয় তুমি নেজানা, এই বিলাক ধাৰ যিমান সোনকালে পাৰি মাৰিব লাগে। ইহঁতৰ obligation-ত থকা উচিত নহয়।

হাকিমনী— তেন্তে আপুনি মই বস্তু লোৱা দেখি বেয়া পাইছে নে কি?

হাকিম— এস্, মই কথা কলেই তুমি আওপাকে নিয়া। মই কওঁ শুনা, মোৰ আৰু পেঞ্চনলৈ মাত্ৰ দুবছৰ আছে।

হাকিমনী— মাত্ৰ দুবছৰ?

হাকিম— ওঁ মাত্ৰ দুবছৰ। মই হিচাব কৰি দেখিছোঁ যে, পেঞ্চনৰ পিচত মোৰ প্ৰভিডেণ্ট্ ফাণ্ড্ আৰু লাইফ্ ইন্সিওৰৰ দুয়োটা টকা মিলাই যি পাম, তাৰে মূৰামূৰিকৈ ধাৰ-ঋণ মাৰি চাফা হব পাৰিম মাত্ৰ। তাৰ পিচত মাহে মাহে যি পেঞ্চন পাম সেয়ে হব আমাৰ বাকী জীৱনৰ সম্বল। গোটেই জীৱনটো গল, ঘূৰি ফুৰোঁতেই। মাটি নাই, বাৰী নাই, ঘৰ নাই, দুৱাৰ নাই।

হাকিমনী— এতিয়া সেই বিলাক খেদ কৰিলে কি হব? মই আমাৰ বিয়াৰ পিচতেই কৈছিলোঁ। নহয় মনত আছে? বোলো-আপুনি ওকালতি পাছ কৰি উকীল হওক। কাম এৰি দিয়ক। মোৰ কথাত

হাঁহিলে। এতিয়া আপোনাৰ দুইজন ভায়েকক চাওকগৈচোন, কেনে সুন্দৰ অৱস্থা।

হাকিম— যিমানেই ভাল অৱস্থা হওক, মান কাৰ বেচি? হাকিমনী এনেয়ে হবলৈ পাইছা? (হাঁহে)

হাকিমনী— মাজু বপাৰ নিচিনা উকীল দিষ্টিকৃতত কেইজন আছে? আৰু সৰু বপাই কাৰবাৰত ইমান ভাল কৰিছে যে, তেওঁৰ ওচৰত হাত নপতা মানুহ নাই।

হাকিম— কি হল এতিয়া? তথাপিও মই হাকিম। উকীলে গেলামালৰ দোকান দিয়াও দেখিছোঁ দিয়া।

হাকিমনী— হয়, উকীল আকৌ মন্ত্ৰী হোৱাও দেখিছোঁ নহয়।

হাকিম— (হাঁহি) মহামস্কিল। এইটো কথা হলে ক'লা দিয়া। মই ওকালতি পঢ়িব খুজিছিলোঁ। বুজিছা। পিচে দেউতাই কলে, ওকালতি পঢ়িব নেলাগে। তই হাকিমৰ লৰা হাকিম হব লাগিব। ই এটা বংশৰ নাম, গৌৰব। ভাবিলো হয়তো। আজি আমাৰ দেশত বৰ চাহাব, পুলিচ চাহাব, হাকিম এই বিলাকৰ নিচিনা মানী মানুহ সমাজত আৰু কোন আছে?

হাকিমনী— মই কিন্তু ডাঙৰ মইনাক কেতিয়াও হাকিম চবডেপুটি হবলৈ নিদিওঁ।

হাকিম— সি হবই নোৱাৰে নীলিমা। সি কাম কৰিবই লাগিব। অৱশ্যে দুই এজন উচ্চ কৰ্ম্মচাৰীৰ বাহিৰে

প্ৰায় সকলো চাকৰীয়ালৰে টকাৰ টান থাকিব। কিন্তু এইযে এটা মান, বংশৰ গৌৰৱ, ইয়াক নুই কৰিব কোনে?

হাকিমনী— থৈ দিয়ক, আজিৰ দিনতো আপুনি এনে কথা কয়নে? সেই বিলাক পুৰণি কলীয়া কথা। এতিয়া দেশ স্বাধীন। মানুহৰ মন লাহে লাহে উচ্চ স্তৰণৰ হৈছে।

হাকিম— ভুল নীলিমা, তোমাৰ ভুল। দেশ স্বাধীন হৈছে সঁচা, কিন্তু মানুহৰ মন পৰিবৰ্ত্তন হোৱা নাই। অৱশ্যে কেতিয়াও নহব বুলি মই নকওঁ। কিন্তু This will take time. সময় লাগিব।

হাকিমনী— এনে এটা দিন আহিব, যেতিয়া মানুহৰ এনেবোৰ ভুল ধাৰণা আৰু নেথাকিব।

হাকিম— হয়তো আহিব পাৰে; কিন্তু মোৰ লৰাৰ দিনত নহয়।

( কলিমনৰ প্ৰৱেশ আৰু এখন চিঠি দি গুছি যায় )

হাকিম— ( লেফাফাটো ফালি ) এয়া চোৱা, আজি চাৰ্কাচলৈ হাকিম হাকিমনীক "কম্‌প্লীমেনটেৰী পাচ" দিছে। কোনো উকীলক দিয়ে? তোমাৰ বিজিনেচ মেনক দিয়ে? ইয়ো এটা মান বুজিছা? ( হাঁহি ) যাবা?

হাকিমনী— ( হাঁহি ) যাম।

( কলিমনৰ প্ৰৱেশ )

কলিমন— হজুৰ এজন মানুহ আহিছে।

হাকিম— মহা মস্কিল। কোন মানুহ ? যা, মাত ইয়ালৈকে।

( কলিমনৰ প্ৰস্থান )

তুমি ওলোৱাগৈ যোৱা।

( হাকিমনীৰ প্ৰস্থান আৰু আন ফালৰ পৰা ৰাজখোৱাৰ প্ৰবেশ )

ৰাজখোৱা— Good morning Sir.

হাকিম— ( নমস্কাৰ লয় ) বহক আপোনাক মই ঠিক ধৰিব পৰা নাই। বোধ হয়—

ৰাজখোৱা— মানে, মোক টাউনৰ প্ৰায় ভদ্ৰলোকেই জানে। মোক সকলোৱেই ৰাজখোৱা বুলিয়েই মাতে। অৱশ্যে মই আজি ফাষ্ট আপোনাৰ ইয়ালৈ আহিছোঁ।

হাকিম— পিচে মোৰ ইয়ালৈ অহাৰ উদ্দেশ্য ?

ৰাজখোৱা— মানে চাৰ, আপোনাৰ ইয়ালৈ অহাৰ তেনে কোনো Aim নাই, তবে একেবাৰে নাই বুলিলেও False কোৱা হব। মানে অলপ আছে।

হাকিম— কি কওকচোন।

ৰাজখোৱা— মানে মোৰ এটা যাত্ৰা পাৰ্টি আছে। টাউনৰ প্ৰায় সকলো মানুহেই মোৰ Play দেখিছে। মোৰ পাৰ্টিৰ ভিতৰত বহুতেই মেডেল পাইছে আৰু মই নিজেও Seven medallist. মানে তিনটা ৰূপাৰ আৰু চাৰিটা চোনাৰ।

হাকিম— ( হাঁহি ) অ' মই সিদিনা আপোনাৰ কথা

Bar libraryত শুনিছিলোঁ। আপুনি যাত্রা-পার্টিৰ ওস্তাদ।

ৰাজখোৱা— হয় চাৰ, পিচে আপুনি চাৰ মোক ওস্তাদ বুলি, মানে একেবাৰে অৰ্দ্দিনেৰী হিচাবে নলব।

হাকিম— নাই নাই, মই কিয় আপোনাক Ordinary হিচাবে লম ?

ৰাজখোৱা— "বাৰৰ" ভিতৰত শৰ্ম্মা, হাজৰিকা, চৌধুৰী, বৰা, মানে সকলোৱেই মোক friendly হিচাবে treatment কৰে। দাস হাকিমেও মোক বৰ ভাল পায় আৰু মৰম কৰে।

হাকিম— হয় নে কি ?

ৰাজখোৱা— হয় চাৰ, দাস হাকিম, মানে— বৰ dearly মানুহ।

হাকিম— এৰা তেওঁ বৰ মৰমীয়াল মানুহ। পিচে আপুনি কিয় আহিছিল নকলে নহয়।

(হাকিমনীৰ প্ৰবেশ)

ৰাজখোৱা— (হাকিমনীক নমস্কাৰ জনায়) আজি উকীল কছাৰীত আপোনাৰ ছোৱালীটিৰ, মানে আপোনাৰ daughter অৰ marriage ceremony বুলি শুনিলো। হয় নেকি চাৰ ?

হাকিম— জানো, অহা মাহত হব লাগে।

ৰাজখোৱা— সেই দিনা নাইটত, মানে এখন পাল্লা ইয়াত

দেখুৱাব খোজো।

হাকিম— (হাঁহি) সেই দিনা বৰ দিগদাৰ হব নহয়।

ৰাজখোৱা— মানে একো দিগদাৰ নহয়। পাল্লা গোৱাৰ কাৰণে আপুনি চাৰ, মোক একো "প্ৰাইছ" দিব নেলাগে। কেৱল 'নাইটত' মানে "টি" দিলেই হব। অহা যোৱাৰ খৰচটো নায়েই। মানে "ওৱাকিং" কৰি আহিব "ওৱাকিং" কৰি যাব।

হাকিম— (হাঁহি) বাৰু ভাবি চাওঁ। আপোনাৰনো কি কি ড্ৰামা হাতত আছে?

(চিগাৰেটৰ টেমাটো আগ বঢ়াই দি)

খাওক!

ৰাজখোৱা— (হাঁহি) নাই চাৰ আপুনি Presented থাকোতে মানে মই কেতিয়াও smoke নকৰোঁ।

হাকিম— (হাঁহি) কিয়? সেইটো কোনো কথা নহয়।

ৰাজখোৱা— (হাঁহি) নহয় চাৰ, আমি যদিও এনেকৈ ফুৰোঁ আমি Villager. মানে Village অৰ law, rule, সদায় মানি চলোঁ। Excuse sir, আপুনি এই বিষয়ে কোনো minding নকৰিব।

হাকিম— (হাঁহি) বাৰু নকৰোঁ। কওকচোন আপোনাৰ কি কি ড্ৰামা আছে।

ৰাজখোৱা— বৰ্ত্তমান ড্ৰামাৰ আছে ত্ৰিসাঙ্কুৰ স্বৰ্গলাভ, অষ্ট বজ্ৰ মিলন, পাৰিজাত হৰণ আৰু সীতা হৰণ।

মানে ইয়াৰ ভিতৰত আপুনি যি খনকে like কৰে তাকে কৰিম।

(ৰাজখোৱাই জেপৰ পৰা এখন চিঠি উলিয়াই হাকিমক দিয়ে )

চাৰ মানে এই letter খন দাস হাকিমে আপোনালৈ দিছে।

হাকিম—(হাঁহি হাঁহি চিঠিখন পঢ়ি হাকিমনীক পঢ়ি শুনায়) “বিয়াৰ দিনা ৰাতিটো এনেয়ে জুপুকা মাৰি বহি থকাৰ সলনি ৰাজখোৱাক লৈ অলপ হাঁহি ধেমালীৰ মাজেদি সময় খিনি কটাৰ পাৰিলে বেয়া নহব। কথা পাতিলেই গম পাব।” (হাকিমনীয়ে হাঁহে)

ৰাজখোৱা— মানে চাৰ, মই frankly হিচাবে মানুহৰ আগত কথা কওঁ। তেহেলেই যেয়ে হওক। মানে লাট চাহাবেই হওক বা হাকিমেই হওক। অ' চাৰ আপুনি আকৌ sorry নহব। ( হাকিম হাকিমনীয়ে হাঁহে )

হাকিম— (হাঁহি) নাই নাই মই কিয় বেয়া পাম।

ৰাজখোৱা-- সেই কাৰণেই দাস হাকিমহঁতে— মানে মোক ভাল পায়।

হাকিম— (হাকিমনীক) কি কোৱা, বেয়া নহব হবলা ?

হাকিমনী— মিঃ দাসে লেখিছে যেতিয়া, হওক দিয়ক।

হাকিম— বাক তেন্তে টকা দহোটা মান আনি এওঁক দিয়া।

ৰাজখোৱা— নাই নাই, মানে মোক কোনো টকা দিব নেলাগে।

হাকিম— কিয় ? আপোনাৰ ৰং-বৰণ-পোচাক আদিৰটো এটা কথা আছে।

ৰাজখোৱা— মানে চাৰ পোচাকৰ কোনো কথাই নাই। পোচাক সকলো আছেই।

হাকিম— কিন্তু ৰং-বৰণ ?

ৰাজখোৱা— মানে চাৰ ৰং-বৰণটো মোৰ পকেটৰ পৰাই দিম বুলি ভাবিছোঁ।

হাকিম— নাই নাই আপুনি খৰছ কৰিব কিয় ?

ৰাজখোৱা— মানে চাৰ, আপোনালোকৰ নিচিনা মানুহৰ ভাত কৰিলে মোৰ পাৰ্টিৰ এটা নাম।

হাকিম— নাই নাই সেইটো হব নোৱাৰে। (হাকিমনীক) যোৱাহে এওঁক টকা দহটা আনি দিয়া।

(হাকিমনীৰ প্ৰস্থান)

ৰাজখোৱা— মানে চাৰ মোৰ "ফাডাৰ" থাকোতেই এই লাইনত মোৰ ভাটিৰ ফালে যাবৰ মন আছিল। পিচে ফাডাৰৰ "চাৰ্কম্ফাৰেঞ্চে" মুকুলালেগৈ। মানে মোৰ যোৱা নহল। ( হাকিমে হঁাহে )

( এনেতে হাকিমনীয়ে টকা আনি ৰাজখোৱাক দিয়ে )

ৰাজখোৱা— Thank You, Thank You মেম চাহাব।

( হাকিমনীয়ে হাঁহি হাঁহি বহে )

(হাকিমক) আপুনি চাব চাৰ, মোৰ "প্লে" দেখি সকলোৱেই কেনেকৈ "ব্ৰেভো" দিয়ে। মানুহ মই কেনেকৈ "এতেক" কৰোঁ আপুনি চাব। জিলাৰ বহুত লৰাই হাৰমনিয়াম বেহেলা "প্লে" কৰে, কিন্তু মই যেতিয়া হাৰমনিয়াম ফিংগাৰিং কৰিম চাৰ, চকুৰে মনিব নোৱাৰিব। মানে সকলোৱেই হঁা কৰি থাকিব। মই চাৰ এতিয়া Very much speak নকৰোঁ। ফলেন পৰিচয়ঃ। খালি চাব আপুনি বিয়াৰ তাৰিখটো মোক কবলৈ নেপাহৰিব। মানে Forget নকৰিব। এতিয়া মই আহিলোঁ। Good night Sir, Good night মেম চাহাব। (প্ৰস্থান)

হাকিম— (হঁাহি) বাক বাক।

হাকিমনী— মানুহটোৰ মগজৰ কিবা গণ্ডগোল আছেনেকি?

হাকিম— (হঁাহি) মুঠেই নাই। সংসাৰত কত ৰকমৰ মানুহ আছে। ইও এটা Type. যোৱাহোন Felt hat টো আৰু কোটটো লৈ আঁহাগৈ। মই মটৰ খন Start দিওঁগৈ।

(দুয়ো দুফালে প্ৰস্থান)

(কলিমনৰ প্ৰৱেশ আৰু খঙেৰে চকি চোফা আদি কাপোৰ এখনেৰে মুচি চাফা কৰে আৰু মুখেৰে কিবা কৈ থাকে)

কলিমন— দৰমহাৰ টকা খুজিলে গালি খাব লাগে। টকা

পইচাৰ আশা এৰি আজি ৰাতিয়েই গুচি যামগৈ। ধাৰ খাই থৈছিলোঁ। বৈ দিবলৈ। পহিলা তাৰিখেই যেতিয়া টকা দিব নোৱাৰে, তেতিয়া আৰু এই মাহত টকা পোৱাৰ আশা নাই।

( হাকিমৰ প্ৰবেশ )

হাকিম— ( সোমাই আহিয়েই ) হেৰা! অ' কলিমন তই দেখোন মনটো মাৰি আছ? বেয়া নেপাবি। মই দুই চাৰিদিনৰ ভিতৰতে টকা পাম। তোক অলপ বেচিকৈ দিম দে, ঘৰলৈ পঠিয়াই দিবি।

( কলিমনৰ প্ৰস্থান আৰু হাকিমনীৰ প্ৰবেশ )

( হাকিমনীয়ে কোট, হেট, হাকিমক দিয়ে। হাকিমে পিন্ধে )

হাকিম— হেৰা, কথা এটা হল নহয়। মটৰখন Start অকে দিব নোৱাৰিলোঁ। কিবা এটা বেয়া হৈছে। খোজ কাঢ়িহে যাব লাগিব।

হাকিমনী— সেই পাতনো কোনদিনা ভালে থাকে? সদায় এটা নহয় এটা আছেই।

হাকিম— ( হাঁহি ) হওক দিয়া। হাকিমকটো এখন মটৰ লাগে; হাকিমৰ মটৰ এনেকুৱাই। ইও এটা মান। বুজিছা!

( হাঁহিহাঁহি দুয়োৰো প্ৰস্থান )

—অঙ্ক শেষ—

# "তৃতীয় অঙ্ক"

(বাপুৰাম শইকীয়াৰ বাহিৰৰ কোঠা। কোঠাৰ ভিতৰত দুখন কাঠৰ চকি, এখন টিপয় আৰু এচুকত এটা পুৰণা আলমাৰি। ঘৰৰ বেঙা চাকৰটোৱে মাটিত বহি জিভা কামুৰি বেতৰ সূত তুলাই থাকে। পাচফালৰ পৰা কৃপাল বাবুৰ প্ৰবেশ।)

কৃপাল— এই, এই ( ওচৰলৈ গৈ গাত হাত দি ) এই।

বেঙা— ( উচপ খাই নলীয়া কটাৰীখন ডাঙি ঠিয় হয় )

কৃপাল— ( দূৰলৈ গৈ ) আৰে ৰে কি মুস্কিল, কাটবে না কি? না, না, না।

বেঙা— ( মনে মনে আহি এনেকৈ হঠাৎ মাতিবলৈ মানা কৰি দিয়ে। সি ভয় খোৱাৰ কথা কয়। আঙুলি কেইটা দেখুৱাই কয় যে গাত ধৰি জোকাৰি দিওঁতে, আঙুলি কেইটা কটা হলে কি হল হেঁতেন। নিজৰ জাগাত আকৌ বহি কাম কৰিবলৈ ধৰে। এই বিলাক কথা আকাৰে ইঙ্গিতে কয়। )

কৃপাল— ( স্বগতঃ ) কি কয় কিছু বুঝা যায়না। (ওচৰলৈ গৈ ) আচ্ছা আচ্ছা তোমাৰ বাবু কোথায়?

বেঙা— ( নেমাতে )

কৃপাল— ( গাত হাত দি ) এই, তোমাৰ বাবু কোথায়।

বেঙা— ( কছাৰীৰ পৰা নাই অহা বুলি কয় )

কৃপাল— যাওঁতো— গিন্নিকে বল গিয়ে যে, কৃপাল বাবু এসেছে। টাকা লাগে। ( ভিতৰলৈ দেখুৱাই ) তোমাৰ বাবুনীকে বলগে, যাও।

বেঙা— ( একো নেমাতে। সূত তুলাই থাকে )

কৃপাল— এই যাওনা, আমাৰ কথা বলো গিয়ে। ( অলপ বৈ ) কিছু বুঝেনা, কি মুস্কিলে পৰলাম। (আকৌ ওচৰলৈ গৈ) এই যাওনা।

বেঙা— ( গিৰিপ কৰে ঠিয় হয়। কৃপাল বাবুক ওলাই যাবলৈ কয়। আৰু বাবু কছাৰীৰ পৰা অহা নাই বুলি কয়! বাবুয়নীয়ে কৰ পৰা টকা পাব বুলি সোধে। কৃপাল বাবুক কালিলৈ আহিবলৈ দিয়ে। কাম কৰি থাকোতে তাক দিগদাৰী কৰিলে খং উঠে বুলি আকাৰে ইঙ্গিতে অস্ফুট মাতেৰে কয়।

কৃপাল— কি যে একটা হাবা-কালাৰ পাল্লায় পৰেছি! না কিছু বোঝে. না কিছু শুনে। একটা আঙাঠি মেৰামত ক'ৰলো, দুইটা টাকা, আজ তিন মাস হ'য়ে গেল। কত আৰ আসা-যাওয়া কৰব? ( আকৌ বেঙাৰ ওচৰলৈ গৈ গাত ধৰি ঠেলা মাৰি দি )

কৃপাল— এই যাওনা ভেতৰে, বল গিয়ে।

বেঙা— ( কটাৰীখন লৈ গিৰিপ কৰে উঠি কাটিবলৈ খেদি যায়। কৃপাল বাবু আঁতৰ হয় )

কৃপাল— আৰে ৰে মুস্কিল।

(ভয়ত দুই খন হাত ওপৰলৈ ডাঙে)

বেঙা— (নিজৰ টেতুত চেপা মাৰি ধৰি কয় যে তাৰ ফাঁচি নোহোৱা হলে কাটিলেইহেঁতেন।)

কৃপাল— (কঁপা মাতেৰে) না এ আজকে আমাৰ খাৰাপ কৰবে। আচ্ছা আমি বাপুৰাম শইকীয়াকে একবাৰ—

(নিৰ্ম্মলাৰ প্ৰবেশ। বেঙাক টানি কৃপাল বাবুৰ ওচৰৰ পৰা লৈ যায়)

নিৰ্ম্মলা— বেঙাটো কতা। ঘৰলৈ মানুহ আহিলে এনেকুৱা কৰিব পায়নে? দুষ্টটো কতা।

(বেঙাই কোচ মোচ খাই ঠিয় হৈ থাকে)

কৃপাল— কোন ভদ্রলোকেৰ বাসাই আমি এই ৰকম অভদ্র-লোক দেখিনি।

নিৰ্ম্মলা— (হাত যোৰকৈ) আপুনি ক্ষমা কৰিব। সি বেঙা বোবোৰা মানুহ, একো নেজানে।

(বেঙাই কৃপাল বাবুলৈ চকু ঘোপাকৈ চায়)

কৃপাল— আচ্ছা দেখুন দেখি, আমাকে সে কিৰকম খোলা খুলি ভাবে অপমান কৰেছে। দেখুন দেখি সে

আমাৰ পানে কি ৰকম তাকাচ্ছে !

(নিৰ্ম্মলাই বেঙাৰৈ চকু পোন্দোৱাকৈ চায়)

বেঙা— (মুখেৰে আওঁ আওঁকৈ কয় যে তাৰ গাত জগৰ নাই। সি বেতৰ সূত তুলাই আছিল আৰু তাক আহি তেওঁ পাচ ফালৰ পৰা ভয় খুৱাই দিছেহি।)

কৃপাল— টাকাৰ তাগিদ দিতে এসে এই ৰকম অপমানিত হলে কি ৰকম হয় বলুন ত ?

নিৰ্ম্মলা— (বেঙাক) আজি দেউতাৰ আহক বহু, এপালি ভালকৈ দিয়াব লাগিব। তোৰ প্ৰতাপত মানুহ ঘৰলৈ আহিব নোৱাৰা হৈছে। দুষ্ট, কথা নুশুনা হৈছ ?

কৃপাল— না আজ থেকে আমি এ বাড়ীতে কখনও আসবোনা আমাৰ টাকাটা দিয়ে দিন্।

নিৰ্ম্মলা— আপুনি বেয়া নেপাব। সি বেঙা বোবোৰা মানুহ, একো নুবুজে।

কৃপাল— কি বলেন আপনি ? সে সব বুঝে। খালি মুখ খুলে কথা বল্‌তে পাৰেনা। বদমাইস্ কোঠাকাৰ।

(বেঙাই কৃপাল বাবুলৈ ঘোপাকৈ চায়)

কৃপাল— দেখুন দেখি। বেটা ধৰবে নাকি আমাকে ? না একে এখান থেকে ভেতৰে যেতে দিন।

নিৰ্ম্মলা— (বেঙাক) যা— বেতৰ সূত তুলগৈ। এখোজো

লৰচৰ নকৰিবি ।

( বেঙাই আগৰ দুৱাৰ জেগালৈ গৈ বেতৰ সূত তুলাবলৈ লাগিল।

কৃপাল— না, ওকে একেবাৰে ভেতৰে যেতে দিন্ ।

নির্ম্মলা— সি মোৰ আগত সেই ঠাইৰ পৰা উঠি আহিবলৈ সাহ নকৰে । আপুনি ভয় নকৰিব ।

কৃপাল— না, না, ভয় কিসেৰ! ভয় আমি কৰিনা । আমি এখনই তাকে শেষ কৰে দিতে পাৰি, খালি পৰে গিয়ে একটা কেলেঙ্কাৰী ।

নির্ম্মলা— তেখেত এতিয়াও কছাৰীৰ পৰা অহা নাই । আপুনি কালি মানলৈ এবাৰ আহি যাব ।

কৃপাল— না, সেকথা আজ হবেনা । দুটা টাকাৰ জন্য এৰকম ভাবে আসা যাওৱা কৰা আমি আদৌ পছন্দ কৰিনা ।

নির্ম্মলা— মোৰ হাতত পইচা এটাও নাই । আপুনি বিশ্বাস কৰিব । দেউতাক আহিলে বাৰু মই কম ।

কৃপাল— কাছাৰীত অনেক আগেই ছুটী হয়ে গেছে । এখন পৰ্য্যন্ত আছেন নি কেন ? অ' আজকে বোধ হয় ৰাত্রে এসে ঘৰে ঢুকবেন ?

নির্ম্মলা— আপোনাৰ টকা দিবলৈ আছে যেতিয়া, যি ইচ্ছা তাকে কওক । লোকৰ কথা শুনাৰ দিন পৰিছেই ।

কৃপাল— কথা শুনাবাৰ মত ইচ্ছাও আমাৰ নেই, আৰ

আপনাৰ বাড়ীতে এসে অপমানিত হব, এ আশাও আমি মোটেই কৰিনি। কিন্তু তবো হ'তে হলো।

নির্ম্মলা— সেই নিমিত্তে মই আপোনাক হাত যোৰকৈ ক্ষমা খুজিছোঁ, আপুনি বেঙা বোবোৰা মানুহ এটাৰ কথাত নধৰিব।

কৃপাল— আচ্ছা, যা হবাৰ হয়ে গেল। আমাকে পাওনা টাকাটা দিয়ে বিদায় করুণ। টাকাও মাত্র দুইটা। আৰ কত দিন ঘুৰব ?

নির্ম্মলা— মোৰ হাতত পয়চা এটাও নাই। থকা হলে মই অথনিয়েই আপোনাক দি বিদায় কৰিলো হেতেন। মোৰ লৰাটোৰ বৰ অসুখ, আপুনি এতিয়া যাওক।

কৃপাল— আপনাৰ যদি টাকা দিবাৰ ইচ্ছা না থাকে, তাহলে স্পষ্ট কথা বলে দিন, যে দেবেন না। আমি আৰ ঘূৰা ঘূৰি কৰব না।

নির্ম্মলা— আপোনাৰ টকা দিবলৈ আছে যেতিয়া, নিশ্চয় এদিন দিব লাগিব।

কৃপাল— বেশ, তাহলে শইকিয়া বাবুকে বলে দিবেন, উনি যেন নিজে গিয়ে, আমাৰ বাসাতে টাকাটা দিয়ে আসেন। না হলে কিন্তু খাৰাপ হবে। (বেঙাক) বেটা, এখন শান্ত শিশুৰ মত কাজ কৰতেছ। বদ্‌মাইস।

(বেগে কৃপাল বাবুৰ প্ৰস্থান আৰু আনফালেদি লাহে লাহে নিৰ্ম্মলাৰ প্ৰস্থান। বেঙাই লাহেকৈ তাৰ জাগাৰ পৰা উঠি কৃপাল বাবু যোৱাৰ ফালে চাই তাৰ কটাৰীখন জোকাবে। তাৰ পাচত আকৌ বেতৰ সূত তুলিবলৈ বহে)

(চিমতাৰ প্ৰবেশ)

চিমতা— (বেঙাৰ ওচৰলৈ গৈ) এই! কি কৰিছ?

বেঙা— (চিমতালৈ চাই হাঁহি তাৰ কাম এৰি দি চিমতাক তাৰ ওচৰত বহিবলৈ কয়)

চিমতা— (কান্ধৰ টোপোলাটো থৈ তাৰ ওপৰত বহি) দেউতা ঘৰত আছেনে নাই?

[ ইঙ্গিতেৰেও সোধে। ]

বেঙা— (মূৰ জোকাৰি নাই বুলি কয় আৰু ভিতৰলৈ দেখুৱাই ইঙ্গিতেৰে বুজাই দিয়ে যে আইদেউ আছে। মাত।)

চিমতা— আইদেউ! আইদেউ! কি কৰিছে?

নিৰ্ম্মলা— (ভিতৰৰ পৰা) কোন চিমতা নেকি? বহ গৈছোঁ।

(নিৰ্ম্মলাৰ প্ৰবেশ আৰু বেঙাই কামত ধৰে)

নিৰ্ম্মলা— (প্ৰবেশ কৰি) কলৈ আহিছিলিনো? দেউতাৰ অহাই নাই।

চিমতা - (উঠি) এৰা পইচা কেটামান পাম বুলি আহিছিলোঁ।

নিৰ্ম্মলা— নাই বোপাই দেউতাৰ কছাৰীৰ পৰা অহাই নাই।

মোৰ দুখৰ কথানো কি কম? লৰাটোৰ আকৌ আজি অসুখ অলপ বেচি হৈছে।

চিমতা— লৰাটোৰ নো কি হৈছে? মই কবই নোৱাৰো নহয়!

নির্ম্মলা— আজি কেইবা দিনৰ পৰা জ্বৰ আৰু কাহ। বেয়া নেপাবি বোপাই। কাইলৈ আহিবি।

চিমতা— নাই আইদেউ, কেলেই বেয়া পাম? লৰাটোৰ অসুখ বুলি জনা হলে মই নাহিলোৱেই হেঁতেন। মই বোলো, আজি পহিলা তাৰিখ, বাবুৰ ঘৰৰ পৰা পাক এটা মাৰি আহোঁ, আৰু কাপোৰ আছে যদি লৈয়ো আহোঁ।

নির্ম্মলা— নাই বোপাই, কি কাপোৰ দিবি? বেয়া নেপাবি, যা দে, মই লৰাটোৰ ওচৰলৈ যাওঁ।

চিমতা— কিয় বেয়া পাম আইদেউ! এই দেশতেই মোৰ জন্ম। সৰুৰে পৰা আপোনালোকক দেখিছোঁ। নিজৰ ঘৰৰ নিচিনা আপোনালোকৰ ঘৰত বাজ-ভিতৰ কৰোঁ। পইচা আজি নহয়, দুদিন পাচত দিব। বিপদ সকলোৰেই আছে।

নির্ম্মলা— সেইটো তইহে কৈছ বোপাই। এতিয়াই কৃপাল বাবু আহি পয়চাৰ লগত যিমানখিনি কথা কৈ গল, তোক আৰু মই কি কম!

চিমতা— কিবা গহনা গঢ়াইছিল নেকি আইদেউ?

নিৰ্ম্মলা— কি গহনা গঢ়াবি বোপাই? আঙঠি এটা ছিগি আছিল তাকে মেৰামতি কৰি দিছিল। টকা দুটা পায়।

চিমতা— সিহঁত তেনেকুৱাই। পিচে আমি টাউনৰ ধনী দুখীয়া প্ৰায় মানুহৰ ঘৰলৈকে যাওঁ নহয় আইদেউ—

নিৰ্ম্মলা— এৰা বোপাই তোৰ কামেই সেইটো।

চিমতা— হয় আইদেউ! পিচে ডাঙৰ মানুহৰ ঘৰত সিহঁতে কেনেকৈ তাগিদ দিয়ে, সেইটোও আমি জানো।

নিৰ্ম্মলা— ধনী মানুহে আৰু আমিয়ে কেনেকৈ সমান হম বোপাই।

চিমতা— পিচে আইদেউ, আমাৰ সেইটো নহয়। আমি নিজে গৰীব যেতিয়া, সকলো গৰীবহে আমাৰ ভাই ককাই।

নিৰ্ম্মলা— এৰা বোপাই, তোক আমাৰ বিদেশী যেন নেলাগে। নিজৰ মানুহৰ নিচিনাহে লাগে। (ভিতৰলৈ চাই) তই অকমান বহচোন চিমতা, মই লৰাটোৰ ওচৰৰ পৰা আহোঁ

(প্ৰস্থান)

বেঙা— [কাম কৰিবলৈ এৰি হাতৰ ইঙ্গিতেৰে চিমতাক মাতি তাৰ ওচৰত আকৌ বহিবলৈ কয় আৰু হাতেৰে মোহাৰি দেখুৱাই বুজাই যে তাক ভুখা লাগে]

চিমতা— বেঙাৰ ওচৰলৈ গৈ কাপোৰৰ টোপোলাটোৰ ওপৰত বহি জেপৰ পৰা চুখাৰ সৰু টেমী এটা উলিয়াই তাক অলপ চুখা দিয়ে আৰু নিজেও অলপ খায়।

বেঙা— (চুখা খাই) [তাৰ গাৰ চোলাটো দেখুৱাই কয় যে চোলাটো লেতেৰা হৈছে। সি ধুই দিব লাগে]

চিমতা— বাৰু দিবি, ধুই দিম। আজি নহয়।

(ইঙ্গিতেৰে বুজাই দিয়ে)

বেঙা— (হাঁহি) (চিমতাৰ গাত হাত চপৰিয়ায়)

(বেগে নিৰ্ম্মলাৰ প্ৰবেশ)

নিৰ্ম্মলা— বেঙা! লৰাটোৰ অসুখ বেচি কৰিছে। তই ডাক্তৰ এজন মাতি আনগৈ। বেগেই যা।

বেঙা— (ভিতৰলৈ যাবলৈ খোজে)

নিৰ্ম্মলা— তই লৰাটো চাব নেলাগে। ডাক্তৰ এজন মাতি আনগৈ। ডাক্তৰ (ইঙ্গিতৰে বুজাই দিয়ে)

বেঙা— (ডাক্তৰ মাতিবলৈ বুলি দুখোজমান গৈ আকৌ থমকি ৰয় আৰু নিৰ্ম্মলাক যেতৰ সূত আৰু কটাৰীখন লৈ যাবলৈ কৈ বেগে প্ৰস্থান কৰে)

চিমতা— আইদেউ! নহলে ময়ে ডাক্তৰ এজন মাতি আনোগৈ নেকি? বেঙাটোৱে কি জানি খেলি মেলিয়েই কৰে।

নিৰ্ম্মলা— নেলাগে, সি পাৰিব। তই ডাক্তৰ আহে মানে

অলপ বহ বোপাই।

(প্ৰস্থান)

চিমতা— মানুহৰ বিপদ যেতিয়া আহে চাৰিও ফালৰ পৰা এনেকৈয়ে আহে। দুখীয়াৰ দুখ পতিয়াওতা কেও নাই। ভগবানেই দুখীয়াৰ সহায়।

(বেঙাৰ এটা চামৰাৰ বেগলৈ প্ৰবেশ। লগে লগে ডাক্তৰৰো প্ৰবেশ। চিমতাই ডাক্তৰক চকি এখন আগ বঢ়াই দিয়ে। বেঙাই বেগটো টেবুলৰ ওপৰত থয়। আৰু ভিতৰলৈ গৈ নিৰ্ম্মলাক খবৰ দিয়ে। নিৰ্ম্মলাই কোচত কেচুৱাটো লৈ প্ৰবেশ কৰি মুঢ়া এটাত বহে)

ডাক্তৰ— কি হৈছেনো লৰাটোৰ?

নিৰ্ম্মলা— আজি কেইবা দিনৰ পৰা জ্বৰ আৰু কাহ। আজি লৰাটোৱে বৰ নেখাই আছে। জ্বৰো আছে গাত।

(ডাক্তৰে লৰাটোৰ নাড়ী পৰীক্ষা কৰে' তাৰ পিছত ষ্টেঠিছকোপ (Stethoscope) ডাল উলিয়াই বুকু আৰু পিঠি পৰীক্ষা কৰে। তাৰ পিচত ষ্টেঠিছকোপ ডাল মেজত থয়)

নিৰ্ম্মলা— চিমতা! তোৰ পলম হব, যাগৈ, যা।

চিমতা— ভাল।

(প্ৰস্থান)

ডাক্তৰ— অলপ গৰম পানী আনিবলৈ কওকচোন।

( এঘটি পানী, চাবোন, গামোচাৰে বেঙাৰ প্ৰবেশ। চাবোন গামোচা টেবুলৰ ওপৰত থয়, পানীঘটি মাটিত থয় )

নিৰ্ম্মলা— ( বেঙাক ) বাটি এটাত গৰম পানী আনগৈ। গৰম পানী।

( বেঙাৰ প্ৰস্থান আৰু এটা বাটিত গৰম পানী লৈ প্ৰবেশ )

ডাক্তৰ— ডাক্তৰে বেগটো খোলে। তাৰ ভিতৰৰ পৰা এটা চিৰিঞ্জ (Syringe) বাহিৰ কৰি গৰম পানীত ধোৱে। তাৰ পিচত এটা এম্পোল (ampoule) ভাঙি তাৰ ভিতৰৰ ঔষধ চিৰিঞ্জত টানি লয়। আৰু injection দিয়ে। বেঙাই মাটিত লেপেটা কাঢ়ি বহি বেজী দিয়া চাই থাকে )

ডাক্তৰ— যাওক লৰাটো ভালকৈ ভিতৰত শুৱাই থওক গৈ। বতাহ যেন গাত নেলাগে।

( নিৰ্ম্মলাৰ প্ৰস্থান। ডাক্তৰে চিৰিঞ্জটো ভালকৈ ধুই বেগত ভৰাই থয়। তাৰ পিচত হাত ধুবলৈ বুলি চাবোন আৰু পানীৰ ঘটিটো লৈ বাহিৰলৈ যায়। বেঙাই বেগটোৰ যন্ত্ৰ পাতি বিলাক চায়। ষ্টেথিছকোপ ডাল হাতত লৈ কাণত লগাবলৈ ধৰোতেই ডাক্তৰৰ প্ৰবেশ। বেঙাই লৰা-লৰিকৈ ষ্টেথিছকোপ ডাল থৈ, ডাক্তৰক হাত মুচিবলৈ গামোচাখন আগবঢ়াই দিয়ে। ঘটিটো আৰু চাবোন ডাক্তৰৰ হাতৰ পৰা লয়। ডাক্তৰে বস্তু বিলাক বেগত ভৰায়। এনেতে নিৰ্ম্মলাৰ প্ৰবেশ )

নিৰ্ম্মলা— (প্ৰবেশ কৰি) কেনেনো দেখিলে ডাক্তৰ বাবু ?

(চাবোন, গামোচা আৰু ঘটি লৈ বেঙাৰ প্ৰস্থান)

ডাক্তৰ— গাত জ্বৰ আছে। অলপ সাৱধানে ৰাখিব। মই যি ঔষধ পঠিয়াই দিম, ঠিক মতে খুৱাব। বুকুৱে পিঠিয়ে বান্ধিবলৈকো এটা ঔষধ দিম। পথ্য বাৰ্লি আৰু গ্লোকোজ। (বেগটো হাতত লৈ) ভৰি দুখন গৰম পানীৰে ধুৱাই দিব দেই, এতিয়াই।

নিৰ্ম্মলা— ভাল। মই এতিয়াই ধুৱাই দিম।

ডাক্তৰ— (দুখোজ মান গৈ উভতি আহি) তেখেত কছাৰীৰ পৰা অহা নাই নেকি ?

নিৰ্ম্মলা— নাই, আহিবৰ সময় হৈছে।

ডাক্তৰ— বাৰু কোনোবা এজনক মোৰ ফাৰ্ম্মাচীলৈ পঠাই দিব। এই বেঙাটোৱে আনিব নোৱাৰিব।

নিৰ্ম্মলা— ভাল তেখেত আহি পালেই পঠাই দিম।

ডাক্তৰ— (যোৱাৰ ভাও ধৰি থমকি ৰৈ) হেৰি নহয়, আজি ৰাতিৰ ভিতৰতে তিনি পালি ঔষধ পৰিব লাগিব।

নিৰ্ম্মলা— ভাল।

ডাক্তৰ— বাৰু তেনেহলে মই যাওঁ।

নিৰ্ম্মলা— ভাল।

ডাক্তৰ— মই কালিলৈ পুৱা আকৌ আহিম।

নিৰ্ম্মলা— ভাল, আপুনি দিনে দুবাৰকৈ আহিলে বৰ ভাল হয়। বৰ দয়া কৰা হব।

ডাক্তৰ— বাৰু বাৰু সেই নিমিত্তে আপোনালোকে কোনো চিন্তা নকৰিব। লৰা ভাল হৈ যাব। ( দুখোজমান গৈ উভতি ) ভৰি দুখন গৰম পানীৰে ধুৱাই দিবলৈ নেপাহৰিব দেই।

নিৰ্ম্মলা— ভাল। মই এতিয়াই দিম।

ডাক্তৰ— বাৰু এতিয়া ( বুলি নমস্কাৰ কৰে, নিৰ্ম্মলায়ো, প্ৰতি নমস্কাৰ কৰে, ডাক্তৰ যাওঁ নেযাওঁ কৈ দুখোজমান আগ বাঢ়ে )

নিৰ্ম্মলা— ডাক্তৰ বাবু ! নহলে অলপ বহক। তেখেত আহি পায়হিহে লাগে। আপোনাৰ ভিজিত—

ডাক্তৰ— নাই নাই সেইটো কোনো কথা নহয়। (হাঁহি) বাৰু বাৰু অলপ বহোঁয়েই দিয়ক। ( বহে )

( বেঙাৰ প্ৰবেশ )

বেঙা— ( নিৰ্ম্মলাক ডাক্তৰ ইমান পৰে নোযোৱাৰ কাৰণ সোধে। আঙুলীৰে দেখুৱাই সোধে যে ডাক্তৰক টকা লাগে নেকি ? নিৰ্ম্মলাই মূৰ দুপিয়াই লাগে বুলি কয়। সি মনটো মাৰি পেলায়। এনেতে বাপুৰাম শইকিয়াৰ বেগে প্ৰবেশ )

বাপুৰাম— অ' ডাক্তৰ বাবু, নমস্কাৰ।

(চকি এখনত বহি লগে লগে লাঠিডাল বেঙাক ভিতৰত থবলৈ দিয়ে )

কেনে ডাক্তৰ বাবু ?

(বেঙাৰ প্ৰস্থান)

ডাক্তৰ— নিউমোনীয়া। দুইটা লাংছ্ ভালকৈয়ে এফেক্ট্ কৰিছে।

বাপুৰাম— ডাক্তৰ বাবু কি ক'ৰিম! উপায় নাই। আজিলৈকে এজন ডাক্তৰ মাতি আনি দেখুৱাব পৰা নাই। ঔষধ দিছো, তুলসী আৰু বেলপাতৰ ৰস। দৰ্মহা পাওঁ টকা এশ। লৰাই কলেজত পঢ়ে। টাউনত এখন ঘৰ। সকলো কিনা। ধাৰ আহি ডিঙিৰ গুৰি পাইছেহি। শেক্ কৰিলেই ওলোৱা হয়। এয়ে আমাৰ অৱস্থা।

ডাক্তৰ— এৰা এৰা খৰচৰ কথা নকব। টকাৰ কাৰণেই মোৰ দুই তিনটা পাৰ্চেল উভতি যাব লগা হৈছে। ফাৰ্মাচীত ঔষধ নাই বুলিলেই হয়।

বাপুৰাম— ( নিৰ্ম্মলাৰ ওচৰলৈ গৈ হতাশ ভাবে)
ডাক্তৰৰ ভিজিত !

নিৰ্ম্মলা— মোৰ হাতত পইচা এটাও নাই। এই আঙঠিটোকে ডাক্তৰক দিয়ক। (আঙঠি সোলোকাই দিয়ে)

বাপুৰাম— (আঙঠিটো লৈ অলপ ভাবি) এই লওক ডাক্তৰ বাবু আপোনাৰ ভিজিত—

(বুলি আঙঠিটো ডাক্তৰৰ মুঠিত সুমুৱাই দিয়ে)

ডাক্তৰ— বাৰু বাৰু হব। ( হাতৰ মুঠি খুলি ) ইকি! আঙঠিটো কিয় দিলে ?

(নিৰ্ম্মলাও ডাক্তৰৰ ওচৰ চাপি আহে)

বাপুৰাম— মই নিৰুপায়। কি কৰিম ডাক্তৰ বাবু, আজি পহিলা তাৰিখ, দৰ্মহা পাইছোঁ; কিন্তু ফুটাকড়ি এটাও জেপত ঘৰলৈ উভতি অহা নাই।

নিৰ্ম্মলা— (কান্দি) আমি অকনো বেয়া পোৱা নাই। ডাক্তৰ বাবু, মোৰ লৰাতকৈ আঙঠিটো ডাঙৰ নহয়। আপুনি লওক ডাক্তৰ বাবু।

ডাক্তৰ— নাই নাই, ই কেতিয়া'ও হব নোৱা'ৰে।

বাপুৰাম— মই হাতযোৰকৈ মাতিছোঁ ডাক্তৰ বাবু, মোৰ লৰাটোৰ আপুনি প্ৰাণদান দিয়ক। আঙঠিটো ৰাখক।

ডাক্তৰ— [জোৰকৈ আঙঠিটো বাপুৰামৰ হাতৰ মুঠিত ভৰাই দি] আপুনি আঙঠিটো ৰাখক শইকিয়া। মোক আপোনাৰ ভিজিত নেলাগে। ঔষধৰ দাম আপুনি যেতিয়াই পাৰে দিব। মই যিমান পাৰোঁ আপোনাৰ লৰাৰ সাৱধান লম। আপোনাৰ যেতিয়াই দৰ্কাৰ হয় মোক মাতিব। মোৰ লৰাৰ নিচিনাকৈ মই তাক চাম।

[নিৰ্ম্মলা আৰু বাপুৰামে চকুৰ পানী টুকি ডাক্তৰৰ ভৰিত ধৰিবলৈ যায়। আৰু সকলোৰে অজ্ঞাতে ৰাজখোৱাই পাচফালৰ পৰা আহি এই করুণ দৃশ্য স্থিৰ দৃষ্টিৰে চাই থাকে]

ডাক্তৰ— (আতৰি গৈ) ছিঃ কি কৰে,ময়ো মানুহ। মোৰো লৰা ছোৱালী আছে। ই ব্যৱসায় হলেও

মানুহৰ প্ৰতি মোৰ এটা কৰ্ত্তব্য আছে। পুত্ৰ স্নেহ কি বস্তু মই তাক জানো। মই আপোনাৰ লৰাৰ প্ৰতি চেষ্টাৰ কোনো ক্ৰুটী নকৰোঁ। (নিৰ্ম্মলাৰ প্ৰতি) মোৰ ভুল হৈছিল। আপুনি মোক মাফ্ কৰিব।

[এই বুলি প্ৰস্থান কৰিব খোজোতেই ৰাজখোৱাই পাচ ফালৰ পৰা ডাক্তৰ বাবু বুলি মাত লগায়। নিৰ্ম্মলা আৰু শইকিয়াই উভতি চায়। ডাক্তৰো থমকি ৰয়]

ৰাজখোৱা— (জেপৰ পৰা টকা উলিয়াই) ডাক্তৰ বাবু! আপোনাৰ এই ভিজিত লওক। মানে মই শইকিয়াৰ বন্ধু।

ডাক্তৰ— আপুনি শইকিয়াৰ যেয়ে হওক, মোক ভিজিত নেলাগে। আপুনি মোক মাফ কৰিব।

[বেগে প্ৰস্থান]

(শইকিয়া চকিত ৰহে)

ৰাজখোৱা— (নিৰ্ম্মলাৰ ওচৰলৈ গৈ) সকৰুণ! এই টকা দহোটা ল। তোৰ লৰাটোৰ কাৰণে খৰছ কৰিবি।

(নিৰ্ম্মলাই টকা নলৈ শইকিয়াৰ চকুলৈ চায়)

শইকিয়া— নেলাগে ৰাজখোৱা মোৰ শুকান বালি কোনেও তিয়াব নোৱাৰে।

ৰাজখোৱা— (শইকিয়াৰ ওচৰত বহি হাঁহি) শইকিয়া!

মানে মই আজি টকা দহোটা আপোনাক দান কৰি দানী নাম লবলৈ অহা নাই। মোৰ অৱস্থা আপুনি জানে। মোৰ জীৱনত পইচাৰ অভাৱত মই কতদিন লঘোনে আছোঁ। (হাঁহে) মানে মই সেই বাবে কেতিয়াও দুখ নকৰোঁ।

ৰাপুৰাম— সেই কাৰণেই আপোনাৰ টকা মোক নেলাগে ৰাজখোৱা। আপুনি বেয়া নেপাব।

ৰাজখোৱা— [হাঁহি] মানে আপুনি মোক ভুল বুবুজিব শইকিয়া। মই জিলাৰ ভিতৰত দুজন মানুহৰ ঘৰত খাওঁ, আৰু প্ৰয়োজন হলে থাকো। এক আপোনাৰ ঘৰত আৰু এক বুঢ়া উকীলৰ ঘৰত। সককণ মোৰ গাৱঁৰ ছোৱালী মানে মই আপোনাৰ ঘৰত খুজি ভাত চাহ খাওঁ। মোৰ দৰ্কাৰত, মানে আপোনাৰ পৰা চাৰি অনা পইচা পৰ্য্যন্ত খুজি লৈছোঁ। (হাঁহে) সেইটো মই কোনো লাজৰ কথা বুলি নেভাবো।

বাপুৰাম— নিশ্চয়। সেইটো কোনো লাজৰ কথা নহয়।

ৰাজখোৱা— মানে আপুনি যদি আজি এই টকা কেইটা নেৰাখে তেন্তে মই বৰ বেয়া পাম। (হাঁহে) কাৰণ এই টকা কেইটা মই লৰাটোৰ কাৰণেহে দিছোঁ।

বাপুৰাম— আপুনি বেয়া নেপাব ৰাজখোৱা। মোক মাফ কৰিব।

ৰাজখোৱা— শইকিয়া! মানে আজি বৰুৱা হাকিমৰ তালৈ গৈছিলোঁ। তেওঁৰ ছোৱালীজনীৰ বিয়া। তাতে মই, মানে এটা পাল্লা দিয়াৰ বন্দবস্ত কৰিলোঁ। (হাঁহে) এই টকা দহোটা তেওঁ ৰং বৰণৰ খাবে মোক দিলে। তাকে মই আপোনাক দিছোঁ। (হাঁহে)

বাপুৰাম— তেন্তে ৰং বৰণ কিনিব কৰ পৰা ?

ৰাজখোৱা— (হাঁহি) মানে বিয়ালৈ এতিয়াও দিন আছে নহয়। যেতিয়া সময় আহিব, লাগিলে আপোনাক খুজিম। আপুনি দিব। ইয়াত আৰু কি আছে। লওক। লওক শইকিয়া (বুলি হাঁহি হাঁহি হাতত গুজি দিয়ে)

নিৰ্ম্মলা— লওক লওক। ককাইদেউ আমাৰ ঘৰৰ মানুহৰ নিচিনা। বিপদত দিছে। আকৌ ঘূৰাই দিব।

ৰাজখোৱা— নিশ্চয়।

(শইকিয়াই টকালৈ জেপত সুমুৱাই থয়)

বাপুৰাম— চাওঁ নিৰ্ম্মলা মোক এগিলাচ পানী দিয়াচোন।

ৰাজখোৱা— না, না, পানী কিয় শইকিয়া। সৰুকণ ! দুকাপ চাহ কৰি আন। ময়ো চাহ খাম বুলিয়েই সোমাইছোঁ। (হাঁহে)

(নিৰ্ম্মলাৰ প্ৰস্থান)

বাপুৰাম— ৰাজখোৱা, মোৰ অন্তৰ শুকাই গৈছে।

ৰাজখোৱা— দুখত পৰিলে শইকীয়া, মানে তললৈ চাব। দেখিব আপোনাতকৈও দুখীয়া ধেৰ আছে, দুখ কৰিবলৈ একো নাই— আৰু যেতিয়া টকা পইচা হব, মানে ওপৰলৈ চাব। দেখিব আপোনাতকৈ ধনী মানুহ বহুত আছে। মানে আনন্দ বা অহঙ্কাৰ কৰিবলৈ একো নাই। (হাঁহে)

বাপুৰাম— সকলো বুজো ৰাজখোৱা; কিন্তু কি কৰিম।

(নিৰ্ম্মলাই চাহ আনি দুয়োকে দিয়ে)

ৰাজখোৱা— (চাহ খাই খাই) বঙ্গচোন, মানে তোৰ লৰাটো চাওঁগৈ। (নিৰ্ম্মলাক কয়)। আহক শইকিয়া।

বাপুৰাম— আপুনি যাওক ৰাজখোৱা। তাৰ ওচৰলৈ গলে মোৰ বুকু ফাটি যাব খোজে।

[ চাহ খাই খাই ৰাজখোৱাৰ প্ৰস্থান লগে লগে নিৰ্ম্মলাও যায় ]

বাপুৰাম— মোৰ দ্ৰাৰিদ্ৰতাই লৰাৰ এই শোচনীয় অৱস্থাৰ কাৰণ। ভগবান! এই বব নোৱাৰা বোজা সংসাৰত আৰু কিমান দিন বহন কৰিব লাগিব। চাৰিওফালে অন্ধকাৰ দেখিছোঁ।

[ মুখত হাঁহি লৈ ৰাজখোৱাৰ প্ৰবেশ ]

ৰাজখোৱা— ভাল হব শইকিয়া, ভয় নকৰিব। এটা কথা দেখিছেনে শইকিয়া? লৰা-ছোৱালী হলেও মস্কিল নহলেও মস্কিল। লৰাটো কোলাত তুলি ললোঁ।

Watermake কৰিলে ; কিন্তু কি আচৰিত কথা তাক যেতিয়া বুকুৰ মাজত সুমুৱাই ললো মোৰ উদং বুকুখন যেন পূৰ হৈ গল। মানে বৰ দিগদাৰ (হাঁহে) (ভিতৰলৈ চাই) সকৰুণ। মই যাওঁ দেই। শইকিয়া বলক। মানে আপুনি ঔষধ আনিব লাগিব নহয়।

বাপুৰাম— যাওঁ। আপুনি আগ বাঢ়ক। মই গৈ আছোঁ।

ৰাজখোৱা— ভাবি নেথাকিব শইকিয়া। ভাবিলে ভাবে হেঁচা মাৰি ধৰে। মানে এই সংসাৰ মায়াৰ। আমি সকলোৱেই ইয়াত ভাৱৰীয়া। সংসাৰৰ সকলো অৱস্থাকেই মানে মানুহে সহজ ভাবে লবলৈ শিকিব লাগে।

(হাঁহি হাঁহি ৰাজখোৱাৰ প্ৰস্থান)

নিৰ্ম্মলা— (প্ৰৱেশ কৰি) গল নেকি ?

বাপুৰাম— গল।

নিৰ্ম্মলা— দেখিলে ককাইদেউক।

বাপুৰাম— এই সংসাৰত জীৱনত বহুটো দেখিলোঁ নিৰ্ম্মলা। কিন্তু ইয়ো এক।

নিৰ্ম্মলা— সঁচাই।

বাপুৰাম— চোৱা নিৰ্ম্মলা, এটি এটিকৈ তোমাৰ হাতৰ, ডিঙিৰ গহনা গল। বোপা ককাই আৰ্জ্জি থৈ যোৱা গাৱঁৰ মাটি-বাৰী এডৰা এডৰাকৈ সকলো গল।

মাত্র গাঁৱৰ মাটি এপুৰা বাকী আছেগৈ।

নিৰ্ম্মলা— সেইবিলাক কথা আপুনি এতিয়া চিন্তা কৰিব নেলাগে। ভগবানে যেনেকৈ চলাই তেনেকৈয়ে চলিব লাগিব।

বাপুৰাম— বুজিছোঁ নিৰ্ম্মলা, ই তোমাৰ ধৈৰ্য্যশীলতাৰ গুণ। তোমাৰ গুণ মই কেতিয়াও পাহৰিব নোৱাৰোঁ।

নিৰ্ম্মলা— আপুনি তেনেকুৱা কথা কলে মোৰ অন্তৰ ভাঙি যাব খোজে।

বাপুৰাম— নিৰ্ম্মলা, ডাঙৰ বাপুৱে বি, এ, পাচ কৰিবলৈ আৰু এবছৰ আছে। গাঁৱৰ মাটি পুৰাও বিক্ৰি কৰি তাৰ এই বছৰৰ খৰচৰ যোগান ধৰিব লাগিব।

নিৰ্ম্মলা— ডাঙৰ বাপু পাচ কৰি আহিলে তাক কিবা এটা কাৰবাৰত লগাই দিব লাগিব।

বাপুৰাম— (আচৰিত হৈ) কিয় ?

নিৰ্ম্মলা— চৰকাৰী কামত সুখ নাই। সদাই হাঁহাকাৰ আছেই।

বাপুৰাম— সি কেতিয়াও হব নোৱাৰে নিৰ্ম্মলা। কেৱল এটি আশা লৈ জীয়াই আছোঁ। ডাঙৰ বাপুৱে বি, এ, পাচ কৰি আহি হাকিম চবডেপুটি হব। বংশৰ গৌৰব বঢ়াব আমাৰ মুখ উজ্জ্বল হব। সমাজত চাকৰীয়ালৰ নিচিনা মান সন্মান আৰু কাৰ আছে ? পইচাৰ দুখ হব পাৰে কিন্তু সন্মান ?

নিৰ্ম্মলা— পইচাৰ দুখ হলে সন্মানে কি কৰিব ? আজি কালি পইচাই সকলো ।

বাপুৰাম— নহয় নিৰ্ম্মলা, তুমি বুজা নাই । মোৰ ভিতৰৰ অৱস্থা যেনেকুৱাই হওক, চৰকাৰী চাকৰীটোত আছোঁ বুলিয়েই বহুতে আজি মোক খাটিৰ কৰে । সমাজত এটা সম্মান । বৰ মইনাই যেতিয়া আহি হাকিম বা চৰ্ ডেপুটি হব তেতিয়া দেখিবা, তাক মানুহে মোতকৈ দুগুণ সন্মান কৰিব । সমাজত এটা উচ্চ স্থান পাব । চাকৰীৰ সন্মান বৰ ডাঙৰ সন্মান । ইয়াৰ মোহ এৰা বৰ টান ।

নিৰ্ম্মলা— বাৰু যাওক এতিয়া লৰাটোৰ ঔষধ লৈ আহক গৈ ।

বাপুৰাম— যাওঁ । বেঙা লৰাটোৰ ওচৰত আছে হবলা !

নিৰ্ম্মলা— হয় ।

(বাপুৰাম যাবলৈ ওলায় । এনেতে ৰঙা খাতা এখন লৈ হৰবিলাস দোকানী সোমাই আহে । নিৰ্ম্মলাৰ প্ৰস্থান)

হৰবিলাস— বাবুজী, ৰূপীয়া !

বাপুৰাম— আজি ন হব মহাজন । বেয়া নেপাবা । দুদিন মান পিচত হে দিম ।

হৰবিলাস— নেহি বাবুজী অ' বাত নাহি হোগা । হামাৰা, দেশমে ৰূপীয়া ভেজনেকা জৰুৰৎ হায় । আপকা গিয়া মাহিনাকা ৰূপীয়া ভি বাকী হায় । এ মাহিনামে ভি চল্লিশ ৰূপীয়া হুৱা । চমুছা লেকৰ

চাঠ (৬০৲) ৰূপীয়া হয়।

ৰাপুৰাম— বুজিছোঁ মহাজন, তোমাকতো মাহে মাহে অলপ অলপকৈ দিয়েই আছোঁ।

হৰবিলাস— নেহি বাবুজী; এসা মাফিক দেনে সে, হামাৰা কুছ মুনাফা নাহি হোগা। আজ হামকো ৰূপীয়া দিজিয়ে। হামাৰা বহুত জৰুৰৎ হায়। নেহিত হাম আজচে মাল দেনা বন্ধ্ কৰ দেগা। আপ বহুত দিগদাৰী দেতা হায়।

(যাব খোজে)

ৰাপুৰাম— [হাতত ধৰি] মহাজন মোৰ লৰাটোৰ বৰ টান। এই মাত্ৰ ডাক্তৰে চাই; ডবল নিউমোনীয়া বুলি কৈ গৈছে। ডাক্তৰক ভিজিত পৰ্য্যন্ত দিব নোৱাৰিলোঁ। মাল বন্ধ নকৰিবা মহাজন। এই টকা দহোটা লোৱা। মোক বন্ধু এজনে এতিয়াই দি গৈছিল।

হৰবিলাস— [টকা লৈ] আজ পহিলা তাৰিখ হায়। আজ চমুছা ৰূপীয়া দেনেকো নেহি চেকেগাতো কব চেকেগা? বিদেশমে আয়া, ৰূপীয়া কামানেকো লিয়ে। এচা মাফিক ৰূপীয়া বৰবাদ যায়েগাতো, কেইছে কাৰবাৰ চলেগা?

ৰাপুৰাম— নহয়, নহয় মহাজন তোমাৰ টকা মই কেতিয়াও মৰা পেলোৱা নাই আৰু নেপেলাওঁ। আজি মোৰ বৰ বিপদ। তুমি নিজে আহি মোৰ

লৰাটোৰ অৱস্থা চাই যোৱাহি ।

( দোকানীৰ হাতত ধৰি ভিতৰলৈ নিবলৈ বিচাৰে )

হৰবিলাস— নেহি নেহি হাম নেহি যায়েগা । লেকিন ডু-চাৰ ৰোজকা বাদমে চমুছা ৰূপীয়া দে দিজিয়ে । নেহিতো হাম মাল বন্ধ কৰ দেগা ।

(প্ৰস্থান)

বাপুৰাম - ভগবান ! হেৰা মোৰ লাঠিডাল লৈ আহা । বেগাই ঔষধ খিনি আনোগৈ ।

( নিৰ্ম্মলাই লাঠিডাল আনি দি প্ৰস্থান কৰে । বাপুৰাম শইকীবা ওলাই যাবলৈ ধৰোঁতেই জয়চাঁদৰ প্ৰবেশ )

জয়চাঁদ— ৰাম ৰাম বাবুজী ।

বাপুৰাম— মোৰ লৰাটোৰ বৰ মস্কিল । ঔষধ আনিবলৈ যাবলৈ ওলাইছোঁ । আপুনি অন্য এদিন আহিব ।

জয়চাঁদ— না, না, এইচব বহুত খাৰাপ কথা আছে । আজি ছয় মাহিনা হৈ গৈছে কাপোৰ আনিছে । কাপোৰ কি জানি ছিৰি গৈছে । এই ৰকম কৰিলে কি ৰকম হব । এই মাহত বলিছে ঐ মাহ, ঐ মাহত বলিছে ঐ মাহ । এইটু বহুত বেয়া কথা আছে ।

বাপুৰাম— বুজিছোঁ মহাজন, এইটো যে বেয়া হৈছে সেইটো তুমি নকলেও হব । কিন্তু কি কৰিম, অৱস্থাই

এনেকুৱা কৰিছে। নহলে মোৰ এই বিপদত তুমি ইমান গৰম কথা কব নোৱাৰিলাহেঁতেন।

জয়চাঁদ— ই গৰম কথা নাই আছে। ই চাচ্ বাত আছে। মোৰ টেকা আদায় কৰি দিয়া।

বাপুৰাম— হাত যোৰকৈ মাতিছোঁ বাবুজী। মোৰ বৰ বিপদ। দুদিন মানলৈ মোক আমনি নকৰিবা। তোমাৰ টকা মই নিদিয়াকৈ নেথাকো। দিম।

জয়চাঁদ— দিম দিমতো ৰোজ কহিছে। যদি টেকা দিব নাপাৰা তবে কি ৰকম কাপৰ আনিছিলা? এইটো বহুত চৰমৰ কথা আছে। বহুত লাজৰ কথা আছে। কাপোৰ পিন্ধি ডাঙৰীয়া বনিছে আৰু টেকা দিবৰ চময় ফাং-ফুং আছে।

বাপুৰাম— বাবুজী তুমি ইয়াৰ পৰা ওলাই যোৱা। মই ভালেৰে কৈছোঁ। মই তোমালোকৰ বহুত মানুহকেই জানো। কিন্তু তেওঁলোকতো তোমাৰ নিচিনা নির্দ্দয় নহয়! তুমি যোৱা!

জয়চাঁদ— ৰাগ কৰিলে কি হব? আমি টেকা নাই চাৰিব ডাঙ্গৰীয়া। টেকা আজি আদায় কৰি দিয়া।

বাপুৰাম— বহুত সহ্য কৰিছোঁ বাবুজী। মোৰ লৰাটোৰ ঔষধ অনাত দেৰি হৈছে। তুমি যোৱা, মোক পগলা নকৰিবা।

জয়চাঁদ— কি ৰকম পাগলা হব। টেকা ধাৰ থাকিলে চব

কুচ সহ্য কৰিব লাগে। তোমাৰ লৰা খাৰাপ হলেভি আমাৰ টেকা আদায় কৰিব লাগে।

বাপুৰাম— কি ইমান সাহ! বাহিৰ হৈ যোৱা। মোৰ ভিতৰলৈ তোক কোনে সোমাই আহিবলৈ কৈছিল। (লাঠি ডাঙি) Get out—Get out.

(ভয়ত জয়চাঁদে জাপ মাৰি অলপ আঁতৰ হয়। নিৰ্ম্মলাই বেগাই আহি লাঠিত ধৰে)

নিৰ্ম্মলা— ছিঃ আপুনি এই বিলাক কি কৰিছে।

জয়চাঁদ— আৰে ৰাম ৰাম, সীতাৰাম। (খঙেৰে) ঠাৰো এতনা ফুটানী হোঁগী। ঠানে মাই আদালতমে দেখ লেছুঁ। (প্ৰস্থান)

[জয়চাঁদৰ প্ৰস্থানৰ লগে লগে বেঙাই এডাল টাঙোন লৈ প্ৰবেশ কৰি, দুৱলৈ চাই জয়চাঁদক খেদি যাব খোজে। এনেতে বাপুৰাম শইকীয়াই তাৰ হাতৰ পৰা লাঠিডাল কাঢ়িলৈ তাক মাৰে। বেঙাই আঠুকাঢ়ি বাপুৰামৰ ভৰিত পৰে। বাপুৰাম শইকীয়াই এইবাৰ তাক লাঠিডালেৰে মাৰিব খোজোতেই নিৰ্ম্মলাই বাপুৰামৰ হাতৰ পৰা লাঠিডাল কাঢ়ি লয়। আৰু শইকীয়াক টানি আতঁৰ কৰি লৈ যায়। বেঙা লাহে লাহে ঠিয় হৈ উচুপি উচুপি কান্দি থাকে। ৰঙ্গমঞ্চ নিস্তব্ধ। নিৰ্ম্মলা দুয়োৰো মাজত ঠিয় হয়। নিৰ্ম্মলাৰ চকুত পানী। এবাৰ বেঙাৰ ফালে আৰু এবাৰ শইকীয়াৰ ফালে চাই থাকে। তাৰ পাচত লাহে লাহে গৈ বেঙাৰ গাত হাত দি মৰম কৰে। বেঙাৰ উচুপনি বেচি হয়। নিৰ্ম্মলাই লাহে লাহে শইকীয়াৰ ফালে গৈ শইকীয়াৰ ওচৰত ঠিয় হৈ কয় ]

নিৰ্ম্মলা— তাক মাৰিলে কি হব ? সি কি জানে ? সকলো আমাৰ ভাগ্য। সকলো অৱস্থাকেই আমাৰ অৱস্থালৈ চাই সহ্য কৰিব লাগিব।

বাপুৰাম— সহিছোঁ নিৰ্ম্মলা, কিন্তু মানুহৰ সহ্যৰো এটা সীমা আছে। (এই বুলি গৈ চকিত ৰহে) নিৰ্ম্মলা ! চাওঁ মোক এগিলাচ পানী দিয়া।

নিৰ্ম্মলা— ( লাহে লাহে বেঙাৰ ওচৰলৈ গৈ তাক সাবটি ধৰি মৰম কৰি নেকান্দিবলৈ কয়। আৰু এগিলাচ পানী আনিবলৈ ইঙ্গিতেৰে বুজাই দিয়ে মুখেৰেও কয়। বেঙাই উচুপি উচুপি প্ৰস্থান কৰে )

নিৰ্ম্মলা— (বাপুৰামক) কিবা অলপ নেখায় জানো ?

বাপুৰাম— কি খাবা নিৰ্ম্মলা ! জীৱনটো বৰ অসহ্য হৈ উঠিছে। এইবাৰ জয়চাঁদ মহাজনে মোক এই বুঢ়া বয়সত আদালতত উঠাব যেন পাওঁ।

( হাতত এগিলাচ পানী লৈ বেঙাৰ প্ৰবেশ, পানী বাপুৰাম শইকীয়াক দিয়ে। পানী খাই বাপুৰামে গিলাচটো তাৰ হাতত দিয়ে। গিলাচটো হাত পাতি লওঁতেই শইকীয়াই তাক হাতত ধৰি ওচৰত বহুৱাই লৈ মূৰটোত হাত ফুৰাই মৰম কৰি প্ৰস্থান কৰে। বেঙাই নিৰ্ম্মলাৰ মুখলৈ চাই এটা তৃপ্তিৰ হাঁহি মাৰে।

—অঙ্ক শেষ—

# "চতুর্থ অঙ্ক"

## প্ৰথম দৃশ্য

[অফিচৰ ভিতৰৰ এটা কোঠালী। কেৰাণী সকলে কাম কৰি থাকে। আগত একোখন মেজ। প্ৰত্যেক মেজত ফাইল দম হৈ থাকে ]

নীল বৰুৱা— তৰুণ !

তৰুণ— চাৰ।

নীল বৰুৱা— চাওঁ ( তৰুণ উঠি যায় ) এই ফাইলটো তুমি এবাৰ নিজে চাই চিৰস্তদাৰৰ হতুৱাই চহী কৰাবা। আজি চাহাবৰ বাকচত যাব লাগিব।

(ফাইলটো লৈ তৰুণ নিজৰ ঠাইলৈ যায়)

অতুল হাজৰিকা— এই ব্ৰাঞ্চটোলৈ আহি মই ভুলহে কৰিলোঁ। আজি দুমাহৰ ফাইল সোপাকে পেলাই থৈছে। Clear কৰোঁতে কিমান দিন লাগে কব নোৱাৰোঁ।

বীৰেণ— ( নীল বৰুৱাক ) চাৰ ! মোৰ note টো চাহাবে agree কৰিছে।

নীল বৰুৱা— হয় নেকি ? তোমাৰ ওপৰত চাহাবৰ opinion বৰ ভাল।

তৰুণ— কি note দিছিলি ঐ ?

বীৰেণ— S. D. C, য়ে এটা illegal order দিছিল। মই তেওঁৰ order অৰ against য়ে চাহাবলৈ বৰ strong note দিছিলোঁ।

তৰুণ— চাহাবে কি লিখিলে ?

বীৰেণ— ( পঢ়ি শুনাই ) I fully agree with you. Take step accordingly.

তৰুণ—(হাঁহি) Good এইবাৰ তোৰ Sure upper division

বীৰেণ— (হাঁহি) ধেৎ–

অতুল হাজৰিকা— হেৰা, এই হাতে দিয়েই চাৰি পাঁচটা I. C. S. অফিচাৰ বাগৰি গল। সদাই তেওঁ-লোকৰ কথাৰ trend বুজি কাম কৰিব লাগে।

নীল বৰুৱা— হাজৰিকাই ঠিক কৈছে। সদায় তেওঁলোকৰ সুৰত সুৰ মিলাই কথা কব লাগে। সেই কাৰণেই প্ৰত্যেকটো চাহাবেই আমাক ইমান ভাল পায়।

তৰুণ— পিচে চাৰ, চাহাব বিলাকে যদি আপোনালোকক ইমানেই ভাল পায়, তেন্তে এই একেখন গাদিতেই retire কৰিব লগীয়া হল কিয় ?

নীল বৰুৱা— সেইটো আমাৰ ভাগ্য। আজি কালি Efficiency ৰ কোনো মূল্য নাই।

(এনেতে এটা লৰা চাহৰ কাপ আৰু টিপট লৈ সোমাই আহে আৰু আগে আগে চাহৰ কাপ দি, চাহ বাকি দি গুচি যায় তাৰ পিছতে ৰাজখোৱা সোমাই আহে। )

**ৰাজখোৱা**— (তৰুণৰ ওচৰলৈ গৈ) নমস্কাৰ!

**তৰুণ**— কি লাগে?

**ৰাজখোৱা**— মাটিৰ দৰ্খাস্ত খানৰ কি হল?

**তৰুণ**— অলপ পিচত আহিবা।

**ৰাজখোৱা**— মানে, মই মটৰ ধৰিবগৈ লাগে।

**তৰুণ**— তুমি জানো মই চাহ খোৱা দেখা নাই? অলপ কাছাৰি ঘৰৰ বাকৰীত ঘূৰি আহাগৈচোন।

**ৰাজখোৱা**— মই কাছাৰী ঘৰৰ বাকৰীত ঘূৰা মানুহ নহয়।

**তৰুণ**— তেন্তে অলপ বাৰলাইব্ৰেৰীতে বহাগৈ।

**ৰাজখোৱা**— মানে আপুনি মোক ঠাট্টা কৰিব নেলাগে। বাৰলাইব্ৰেৰীত বহিলে মোক তুলি দিওঁতা কোনো নাই। উকীল ফ্ৰেণ্ড্ মোৰ বহুতো আছে।

**বীৰেণ**— হাকিম ফ্ৰেণ্ড্ একো?

**ৰাজখোৱা**— আপুনি— মানে মানুহ চাই কথা কব। মোৰ হাকিম বন্ধু নাই বুলি ভাবিছে নেকি? সকলোকে সমান নেদেখিব। আপোনালোকে দৰ্খাস্তখান চাই দিয়ক।

**তৰুণ**— বাৰু তুমি এতিয়া বাহিৰলৈ যোৱাচোন। চাহ খাই উঠি তোমাৰ দৰ্খাস্ত দেখা যাব।

**ৰাজখোৱা**— মানে আপুনি মোক get out কৰিলে।

**বীৰেণ**— (হাঁহি) আপোনাক get out কৰা নাই যদিও তেওঁ আপোনাক Sit down কৰিবলৈকো দিয়া নাই।

ৰাজখোৱা— মানে— আপোনালোকে মোক insulting কৰিছে। কিন্তু মনত ৰাখিব মোৰ চিনাকি আপোনালোকক দিহে এৰিম।

( যাব খোজে )

বীৰেণ— ডাঙৰীয়া ! আমাৰ আক' কামটো নেখেদিবা।

(লৰা এটাই চাহৰ কাপ লৈ যায়হি )

ৰাজখোৱা— (উভতি) আপোনালোকে মোক তুমি তামা কৰিছে। কিন্তু জানেনে, হাকিমেও মোক আপুনি বোলে। মই এজন পৰব্লিক। মনত ৰাখিব।

বীৰেণ— আপুনি অনুগ্ৰহ কৰি ওলাই যাব জানো ? নে পিয়ন মাতিম ?

ৰাজখোৱা— বাক যাওঁ। মানে—মোৰ নামো ৰাজখোৱা। Law মযো জানো। মই এতিয়াই D. C.ৰ গুৰি ওলামগৈ।

( যাব খোজে )

অতুল হাজৰিকা— ( কামৰ পৰা মূৰ ডাঙি ) এ ৰাজখোৱা নেকি ? চাওঁ চাওঁ, এই ফালে আহক। এই ফালে আহক।

( ৰাজখোৱা থমকি ৰয় )

ৰাজখোৱা— দেখিছেনে ডাঙৰীয়া ! ডেকা লৰা, কালি পৰহি আহি কামত সোমাইছেহি। মানুহ চিনি নেপায়। কেনেকৈ মোক insulting কৰে দেখিছেনে ?

নীল বৰুৱা— আমি ইমান পৰে মনেই কৰা নাই নহয়।
খং নকৰিব ৰাজখোৱা আহক, বহক।

( চকি এখন আগবঢ়াই দিয়ে, ৰাজখোৱা বহে )

অতুল হাজৰিকা— (বীৰেণ আৰু তৰুণক) তোমালোক বৰ বেয়া লৰাহে, মানুহ চিনি নোপোৱা। যাকে তাকে যেনেকুৱা তেনেকুৱা ব্যৱহাৰ কৰা কিয়? বেয়া নেপাব ৰাজখোৱা।

নীল বৰুৱা— (বীৰেণক) তুমি ৰাজখোৱাক চিনি নোপোৱা?

বীৰেণ— (হাঁহি) নেপাওঁ চাৰ।

নীল বৰুৱা— ( তৰুণক ) তুমি একা?

তৰুণ— ( হাঁহি ) ময়ো নেপাওঁ চাৰ।

নীল বৰুৱা— সৰ্ব্বনাশ কৰিলা। ৰাজখোৱাৰ যাত্ৰা-পাৰ্টি বুলিলে মানুহ ভাঙি চিঙি আহে। এই অঞ্চলত তেওঁক চিনি নোপোৱা মানুহ নাই। তোমালোক টাউনত থাকিও তেওঁক চিনি নোপোৱা।

ৰাজখোৱা— আপোনালোকে ভাবিছে, মানে এই মাটি মোৰ নিজৰ কাৰণে। মোৰ নিজৰ দালান ঘৰ তুলিবৰ কাৰণে মই মাটি বিচৰা নাই। এই মাটি ৰাইজৰ কাৰণে মানে দৰ্খাস্ত খান লুটিয়াই চালেই গম পাব। ৰাইজে এই মাটিত এটা নাটঘৰ কৰিবলৈ মন কৰিছে। অৱশ্যে দৰখাস্তত মোৰেই নাম ফাষ্টত আছে।

অতুল— ৰাইজৰ দৰ্খাস্তখনৰ কাম সোনকালে কৰি নিদিয়াতো তোমালোকৰ ভুল হৈছে।

ৰাজখোৱা— আপোনালোকে জানেনে মোৰ Father অৰ দিনৰ Land বেচি, মই মোৰ পাৰ্টিৰ ড্ৰাম, চাইড্ৰাম, ক্লেনেট্, ধুলুকি, পোচাক আদি কিনিছোঁ।

বীৰেণ— তেন্তে আপোনাৰ মাটি এটুকুৰাকে দেখোন ৰাইজক দিব পাৰে।

ৰাজখোৱা— Certain, দিলোহেঁতেন। মানে মাটি, মোৰ আৰু এটুকুৰা আছে সিও পঠাবৰ মাজত। নাট ঘৰ নবহে।

অতুল— বাৰু, বাৰু, আঁহা আঁহা, তোমালোক দুয়োজন আঁহা। ৰাজখোৱাক hand shake কৰাহি।

(বীৰেণ আৰু অৰুণে উঠি গৈ ৰাজখোৱাক কৰমৰ্দ্দন কৰে)

তৰুণ— (কৰমৰ্দ্দন কৰি) বেয়া নেপাব দেই।

ৰাজখোৱা— Thank you, Thank you.

(বীৰেণ আৰু তৰুণে হাঁহি হাঁহি চকিত বহেগৈ)

নীল বৰুৱা— ৰাজখোৱাৰ কামটো সোনকালে কৰি, তেওঁক বিদায় দিয়া। তোমালোকে এখেতক চিনি ৰাখিবা, বৰ ভাল মানুহ।

ৰাজখোৱা— আজি বাৰু থাওক দিয়ক। মানে সিফালে মই মটৰ মিছ কৰিম।

তৰুণ— বাৰু আপুনি কালিলৈ আহিব। মই পহিলা কছাৰীতে আপোনাৰ কামটো কৰি দিম।

ৰাজখোৱা— ভাল। (উঠি) মানে--মিছা ধন-জন জীৱন গৰ্ব্বম্।
হৰতি নিমিষতে কালং সৰ্ব্বম্।
গতিকে সংসাৰত যি কেইদিন আছোঁ, মানে— আমি সকলোৰেই মিলা মিচা কৰি থাকিব লাগে। কাকো হেয় জ্ঞান কৰিব নেপায়। বুজিছেনে?

( নমস্কাৰ কৰি প্ৰস্থান )

নীল বৰুৱা— মানুহটোক কিয় তেনেকুৱা কৰিছিলা?

বীৰেণ— নাই চাৰ, ধেমালিহে কৰিছিলোঁ।

তৰুণ— মানুহটোৰ লগত আমোদ কৰিব লগীয়া। যাত্ৰা পাৰ্টিৰ মেনেজাৰ হবলা?

অতুল হাজৰিকা— অঁ—তোমালোকে নেজানিলা। বহুৱাই লৈ কথা পতা হলে, ধেৰ আমোদ কৰিব পাৰিলাহেঁতেন।

( সকলোৱে নিজৰ নিজৰ কামত ধৰে )

( —শইকীয়াৰ প্ৰবেশ— )

শইকীয়া— চাওঁ বৰুৱা, সেই ফাইলটো হলনে?

নীল বৰুৱা— হয় মই ready কৰি ৰাখিছোঁ। (ফাইলটো দি) চাহাবে কিবা কৈছে নেকি?

শইকীয়া— একো কোৱা নাই। পিচে Secretariat অৰ পৰা reminder আহিছে। চাহাবৰ অলপ খং।

নীল বৰুৱা— বচাই লৈ যাব দেই শইকীয়া ।

শইকীয়া— ভাল ।

( প্ৰস্থান )

তৰুণ— Secretariat য়ে আমাক reminder দিয়াত ঠিক আছে ; কিন্তু সিহঁতে এখন কাগজ দুবছৰ পেলাই থলেও কোনো কথা নাই ।

বীৰেণ— পৰহিলৈ শইকীয়াৰ কে'চটো আছে নহয় ?

অতুল— এৰা মানুহটোৰ বৰ দিগদাৰ হল দিয়া । যিটো ধাৰাত পেলাইছে, ফাটেকেই হব ।

নীল বৰুৱা— একেবাৰেই মিছা মকৰ্দ্দমা । লৰাই-ছোৱালীয়ে মানুহটো মৰিল । Sure ফাটেক ।

অতুল— Heavy fine কৰি এৰিও দিব পাৰে ।

নীল বৰুৱা— জয়চাঁদ বাবুয়ে বোলে, টকা কলহৰ মুখেৰে ঢলাদি ঢালিছে ।

বীৰেণ— সাক্ষীবাদী ঠিক নহলে সাৰিও যাব পাৰে চাৰ ।

অতুল— Impossible, very bad case.

নীল বৰুৱা— আমাৰ বা কোনদিনা খন কি হয় । সকলোৰেই তো একে অৱস্থা ।

বীৰেণ— এই বিলাক চাৰ কিহৰ পৰা হৈছে কব পাৰেনে ?

নীল বৰুৱা— নাই হে । আগেয়েতো আমি অলপীয়া দৰ্মহাৰে সৈতে বেচ চলিছিলোঁ। ইমান হাঁহাকাৰ নাছিল।

অতুল— এৰা খুব ভালকৈ খাইছিলোঁও, পিন্ধিছিলোঁও ।

বীৰেণ— চাৰ, এই বিলাকৰ গুৰিতে হৈছে অৰ্থ সমস্যা। আমাৰ দেশৰ মানুহৰ উপাৰ্জ্জনৰ বাট বৰ কম আৰু ঠেক।

তৰুণ— ঠিক কৈছ। ইফালে Standard of living, মানুহৰ অজ্ঞাতেই উচ্চ স্তৰলৈ উঠিছে।

বীৰেণ— অন্য দেশৰ তুলনাত আমাৰ দেশৰ বেহা বেপাৰৰ সুযোগ সুবিধাও বৰ কম।

নীলবৰুৱা— হয় দিয়া। গতিকে আমাৰ দেশৰ কাৰবাৰী মানুহ বিলাকৰ উপাৰ্জ্জনো বৰ হিংসা কৰিব লগীয়া নহয়। বাণিজ্যত হে লক্ষ্মীৰ বাস। আমাৰ চাকৰীয়াল বিলাকৰ কথা বাদেই দিয়াচোন।

তৰুণ— চাকৰীয়াল বিলাকৰ Sir. Pay, আজিৰ সংসাৰত খাপখোৱা নহলে শইকীয়া কিয়? বৰুৱা, হাজৰিকা সকলো বাগৰিব লাগিব।

নীল বৰুৱা— কি? কি কলা?

তৰুণ — নাই চাৰ ধেমালীহে কৰিছোঁ।

অতুল— বাৰু তোমালোক সাৰিবা কলৈ? শেহত গৈ সেই একেই গতি।

বীৰেণ— আমি দুয়োটাই চাৰ, বিয়া নকৰোঁ বুলিয়েই ভাবিছোঁ।

নীল বৰুৱা— (হাঁহি) কত ৰথী মহাৰথী বাগৰি যোৱা দেখিছোঁ। তোমালোকনো কোন হে?

তৰুণ— কথাটো চাৰ আপোনালোকে ভাবি চাবচোন।

Middle class, Govt. Servant বিলাকে, লৰা কলেজত পঢ়াব লাগে, ছোৱালীকো সমানে education দিব লাগে। আকৌ টাউনৰ ভিতৰত Standard বজাই ৰাখি এখন ঘৰো চলাব লাগে।

যৌবেণ— পাৰিলে এখন মটৰো ৰাখিব লাগে। (সকলোৱে হাঁহে) টাউনৰ ভিতৰত ভদ্ৰলোকো আমিয়েই। খাবও লাগিব ভাল, পিন্ধিবও লাগিব ভাল। দৰমহা এশটকা। উপায় কি?

নীল বকৰা— দেশ স্বাধীন হোৱাৰ লগে লগে মানুহৰ মন আৰু Standard of living উচ্চ ধৰণৰ হোৱাতো বেয়া সুবুলিবাচোন।

তৰুণ— That is undoubtedly a good sign of a country sir, কিন্তু সেই ৰকমে Source of income টোও বৰ্ত্তমানৰ লগত খাপ খোৱা হব লাগিব।

(এই বিলাক কথা কৈ থাকোতে সকলোৱে কামো কৰি থাকে। তৰুণেও কথা খিনি কৈ উঠি কামত ধৰে। এনেতে বেঙাৰ প্ৰবেশ। হাতত এটি টোপোলা)

বেঙা— (চাৰিউফালে চাই হাজৰিকাৰ শুৰিত ঠিয় হয়। হাজৰিকাই তললৈ মূৰ কৰি কাম কৰি থাকে।)

নীল বকৰা— এই কি লাগে?

বেঙা— (নীলবকৰাৰ ওচৰলৈ গৈ টোপোলাটো দেখুৱাই

বাপুৰাম শইকীয়া ক'ত আছে বুলি সোধে । )

নীল বকৰা— বেঙা হবলা ?

অতুল— কি লাগে ? কাক বিচাৰিছ ?

বেঙা— (হাতেৰে দেখুৱাই কয়, ইমান ওখ মানুহ । মোচ্ আছে । অৰ্থাৎ শইকীয়াক বিচাৰিছে)

নীল বকৰা— যা যা ইয়াৰ পৰা । একো বুজি নেপায় ।

বেঙা— (টোপোলাটো দেখুৱাই ইঙ্গিততে কয় যে শইকীয়ালৈ খোৱা বস্তু আনিছে)

অতুল— মহা দিগদাৰ, কি কয়! যা ইয়াৰ পৰা । এই পিয়ন!

বীৰেণ— ( কামৰ পৰা মূৰ তুলি ) এ চাৰ, এইটো শইকীয়াৰ ঘৰৰ মানুহ । এই বেঙা এই ফালে আহ । ( হাত বাউল দি মাতে )

বেঙা— ( বীৰেণক দেখি বেঙাই হাঁহি দিয়ে আৰু ওচৰলৈ যায় ) ।

বীৰেণ— তই কলৈ আহিছিলি ?

বেঙা— ( টোপোলাটো দেখুৱাই মুখেৰে আওঁ আওঁ কৰি কয় যে শইকীয়াই আজি ভাত খোৱা নাই । এই বুলি তাৰ নিজৰ পেটটো দেখুৱাই । সেই কাৰণে সি তেওঁলৈ জলপান আনিছে । তাক শইকীয়াক মাতি দিব লাগে )

তৰুণ— কি কৈছে তই বুজি পাইছনে ?

বীৰেণ— পাইছোঁ । শইকীয়াই ভাত খাই অহা নাই ।

তেওঁলৈ সি জলপান লৈ আহিছে। তেওঁক মাতি দিব লাগে।

অতুল— তুমি ভাল ধৰিছা দিয়া। আমি একো বুজিয়েই পোৱা নাই।

বীৰেণ— (তৰুণক) এই যা অ, শইকীয়াক মাতি আনগৈ।

( তৰুণৰ প্ৰস্থান )

বেঙা— ( বীৰেণৰ মুখলৈ চাই হাঁহে আৰু কাগজ পত্ৰ বিলাক আঙুলিয়াই দেখুৱাই মূৰ দুপিয়াই সোধে যে সেই বিলাক কি ? )

বীৰেণ— এই বিলাক ছুচুবি। চৰকাৰী কাগজ।

( ইঙ্গিতেৰেও বুজায় )

বেঙা— ( কথাটো বুজি পাই সোধে যে তাক হাত কেৰেয়া মাৰিব নেকি ? )

বীৰেণ— অঁ হাত কেৰেয়া মাৰিব।

বেঙা— ( টেবুলৰ ওচৰৰ পৰা অলপ আঁতৰত ঠিয় হয়। )

( তৰুণৰ সৈতে বাপুৰামৰ প্ৰবেশ )

বাপুৰাম— (খঙেৰে বেঙাক সোধে) তোক এই বিলাক কোনে আনিবলৈ দিছিল ?

বেঙা— ( বাপুৰামৰ পেটটোলৈ সি আঙুলিয়াই দি কয় যে ভাত খাই অহা নাই কাৰণেহে সি আনিছে। )

বাপুৰাম— তই ইয়াৰ পৰা ওলাই যা। (ইঙ্গিতেৰেও কয়) মই একো নেখাও। ঘৰলৈ যাগৈ।

বেঙা— ( জলপান নেখালে সি কেতিয়াও নেখায়। ওপৰলৈ সি হাতেৰে দেখুৱাই কয় যে ঈশ্বৰে সহায় কৰিব। ভয় কৰিব নেলাগে। )

বাপুৰাম— বদমাইচ, ইয়াৰ পৰা গুলাই নেযাবনে ?

( মাৰিবলৈ হাত ডাঙি যায় )

বেঙা— ( গাল পাতি দিয়ে আৰু কয় যে তাক মাৰিলেও নেযায়। জলপান খাবই লাগিব। )

বাপুৰাম— মোৰ মুখৰ ওপৰত কথা কোৱা হৈছে stupid

( মাৰিবলৈ হাত ডাঙোতেই আটাই কেউজন কেৰাণী ঠিয় হয় আৰু বীৰেণে শইকীয়াৰ হাতত খাপমাৰি ধৰে। বেঙাই কোচ মোচ খাই দূৰত ঠিয় হয় )

বীৰেণ— চাৰ ! এই বিলাক আপুনি কি কৰিছে ? অলপ খাওকগৈ চাৰ।

তৰুণ— খাওকগৈ চাৰ। অলপ খাওকগৈ।

বাপুৰাম— (বেঙাক) তই নেযাৱ ?

বেঙা— ( বেঙাই স্থিৰ দৃষ্টিৰে বাপুৰামলৈ চায় )

নীল বৰুৱা— যাওক শইকীয়া, অলপ খাওকগৈ।

বাপুৰাম— বৰুৱা, আপোনালোকে মোক কি খাবলৈ দিছে ? মোৰ জীৱনত যে এনেকুৱা এটা Calamity আহিব তাক মই সপোনতো ভবা নাছিলোঁ। মোৰ ভোক পিয়াহ সকলো অস্ত পৰিছে। ( ঠোকা ঠুকি মাতেৰে ) আপোনালোকে জানেনে

যে মোৰ কালিলৈ জেল হলে, মোৰ লৰা-ছোৱালী পথৰ ভিক্ষাৰী হব। মোৰ লৰা-ছোৱালীৰ কাৰণে মই একো কৰিব নোৱাৰিলোঁ। জীৱন মোৰ নিষ্ফল হল। বংশত এটা কলঙ্ক বল।

(এই বুলি বেঙাৰ হাতৰ পৰা টোপোলাটো লৈ প্ৰস্থান)

(সকলোৱে নিজৰ নিজৰ কামত লাগে। অলপ পৰৰ কাৰণে সকলো নিমাত। বেঙাই শইকীয়াৰ যোৱাৰ ফালে দুখোজ মান গৈ আকৌ উভতি আহি বীৰেণৰ ওচৰত থিয় হয় গৈ।)

অতুল— দেখিলে বক্‌ৰা মানুহৰ জীৱন?

নীল বক্‌ৰা— কি কৰিব, সকলো মানুহৰ fortune.

বেঙা— (টেবুলৰ পৰা কলম এটা লৈ দোৱাতত ভৰায়)

বীৰেণ— নেপায়। ই মাৰিব। (তৰুণক দেখুৱায়)

বেঙা— (তৰুণৰ ফালে চাই কলমটো থৈ দিয়ে)

(বাপুৰামৰ প্ৰবেশ)

বাপুৰাম— (টোপোলাটো বেঙাক দি) যাগৈ যা।

(প্ৰস্থান)

বেঙা— (পাত্ৰটো খুলি চাই উদং দেখি হাঁহি আৰু বীৰেণক দেখুৱায়)

বীৰেণ— খালেনে?

বেঙা— (হাঁহি মূৰ দুপিয়াৰ কয় যে খালে। কি এটা তৃপ্তিৰ হাঁহি মাৰে।

বীৰেণ— যাগৈ যা।

বেঙা— ( বীৰেণক ) মুখত আঙুলি এটা দি দেখুৱাই কয় যে তাৰ বিৰি এটা খাবৰ মন গৈছে। জিয়াচালাই এটা দেখুৱাই কয় যে এইটো আছে। বিৰিহে নাই। গতিকে তাক বিৰি এটা লাগে )

বীৰেণ— (জিভা কামুৰি) ইয়াত বিৰি খাব নেপায়। বিৰি খালে ধৰি নিব। ( ইঙ্গিতৰেও কয় )

বেঙা— ( সি মূৰ দুপিয়াই কয় যে বিৰি নেলাগে। পাত্ৰটো আকৌ এবাৰ খুলি চাই হাঁহি হাঁহি প্ৰস্থান কৰে। তৰুণ আৰু বীৰেণেও হাঁহে।

(দৃশ্য শেষ)

---

## ২য় দৃশ্য

(ৰমাকান্ত উকীলৰ কম। কুসুম বালাই কোনত কথা কৈ থকা দেখা যায়।)

কুসুম— এতিয়া মই কোন ৰকমে যাব নোৱাৰিম।

*　　*　　*　　*

হয় আপুনিতো জানে ঘৰৰ প্ৰায় সকলো খিনি কাম মই নিজেই কৰোঁ। চাকৰ বাকৰৰ ওপৰত নির্ভৰ কৰা মোৰ অভ্যাস নাই,—

*　　*　　*　　*

(হাঁহি) আছে, কিন্তু সকলো কামতে মোৰ নজৰ থাকে।

*　　*　　*　　*

নিশ্চয়। ঠাই সৰাৰ পৰা আৰম্ভ কৰি চাহ কৰা ভাত ৰন্ধা আদিলৈকে সকলো কাম মই নিজে কৰোঁ।

*　　*　　*　　*

(হাঁহি) সুগৃহস্থনী অৱশ্যে হওঁনে নহওঁ কব নোৱাৰো কিন্তু ইও এটা মোৰ অভিলাস। বাৰু এইবিলাক কথা যাবলৈ দিয়ক। মিচ্ বেজীয়া আৰু মিচেচ শইকীয়াক Inform কৰা হৈছেতো।

*　　*　　*　　*

বাক, তিনি বজাত মই Ready হৈ থাকিম। আপোনালোক ওলাই আহিব।

*　　*　　*　　*

অ হয় নেকি ? তেন্তে মিঃ দাস আজিয়েই গুছি আহিব ? তেন্তে পৰহিলৈ আমাক অনাৰ ব্যৱস্থা ? কি কলে ?

*　　*　　*　　*

অ' তেন্তেই আনিব। ধন্যবাদ…… ভাল। (ফোন থয়)

(এনেতে তেওঁৰ সৰু ছোৱালী বিভাই এটা ফ্ৰক্ পিন্ধি নাচি নাচি গান গাই সেই কমতে সোমাইহি। গান গাওঁতে কুসুম বালাইও মাজে মাজে গানটো জীয়েকক শিকাই দিয়ে।)

## গান

আজি স্বাধীন যুগৰ
স্বাধীন দিনত ভাঙি
জনতাৰ আত্মাৰ সপোন
প্ৰগতিৰ পছোৱা বোৱাম !!

জীৱনৰ হাহাকাৰ
শোষণৰ মহাকাল
ধ্বংশিম জ্ঞানৰ বহ্নিৰে।

মানুহৰ সুপ্ত
আত্মা জগাম
লাচিতৰ তপ্ত শোণিতৰে॥

সমাজৰ দৃষ্টিত
জাতিৰে কৃষ্টিত
নতুনৰ ৰহণ সানিম
বাপুজীৰ আশীষৰে
পুলক জগাই
জয়মতী জেউতীৰে
তুলিকা বোলাই
শান্তিৰ কবিতা ৰচিম ॥

(গানৰ অন্তত বীভাই মাকক সাৱত মাৰি ধৰে)

বীভা— মা ! তুমি আজি মিটিঙলৈ যাবা ? ময়ো যামদেই ?

কুসুম— (মৰম কৰি) নেলাগে বীভা, মোৰ ভাত কেইবা দিনো হব নহয়। তুমি দুখ পাবা।

বীভা— মই দুখ নেপাওঁ মা। মই আজি কালি স্কুলত কছৰৎ কৰো নহয়।

কুসুম— হয়নেকি ? তুমি আৰু অলপ ডাঙৰ হলেই মই লৈ যাম।

বীভা— সঁচা ? বাৰু (এই বুলি মাকৰ একাষে ঠিয় হয়) মা ! মই তোমাৰ সমান হবলৈ আৰু অলপহে আছে।

কুসুম— (সাৱত মাৰি ধৰি) নিশ্চয় ? আৰু অলপ দিনৰ পিচতে তুমি মোৰ সমান হবাগৈ তেতিয়া মই সদায় তোমাক লগতে লৈ যাম।

বীণা— (হাত চাপৰি মাৰি) মই হলে তেতিয়া তোমাৰ নিচিনাকৈয়ে মিটিঙত কথা কম।

কুসুম— মোতকৈ তুমি ভালকৈ কথা কব লাগিব। মোতকৈ ভালকৈ ভাত ৰান্ধিব লাগিব। চাহ কৰিব লাগিব, কাপোৰ ব'ব লাগিব আৰু ঘৰৰ সকলো কাম মোতকৈ ভালকৈ কৰিব লাগিব।

বীণা— (মনটো মাৰি) মা! মই ঢেঁকী দিব নোৱাৰোঁ। সেই ডাল বৰ গধুৰ।

কুসুম— (হাঁহি) তুমি যেতিয়া ডাঙৰ হবা তেতিয়া ঢেঁকীটো শুকাই পাতল হব।

বীণা— আৰু মই কাঁহি বাটি ধুব নোৱাৰোঁ। গাত বোকা লাগে। কালি মোৰ নতুন ফ্ৰকটো বোকা লাগি বেয়া হৈ গ'ল।

কুসুম— হয় নেকি? বাৰু তুমি যেতিয়া ডাঙৰ হবা, বোকা তোমাৰ গাত নেলাগে। বোকা লগা কাপোৰ ধুলেই নিকা হয়।

বীণা— তেনেহলে মই সকলো কাম কৰিব পাৰিম। বাৰু মা' আগলৈ মই যেতিয়া মিটিঙত কথা কম, তোমাৰ নিচিনাকৈ মোকো মানুহে হাত তালি দিবনে?

কুসুম— (সাৱতি ধৰি) দিবতো। তোমাক মই ঢেৰ কিতা-কিবি পঢ়াম সেই বিলাক পঢ়িশুনি আহিলে

দেশৰ ডাঙৰ ডাঙৰ মানুহৰ লগত শাৰী পাতিব পাৰিবা। মইতো নিচেই সৰু।

বীভা— বাৰু তেতিয়া মই ঘৰৰ কামবন কৰিব লাগিবনে ?

কুসুম— লাগিবতো। ঘৰৰ কামবন কৰি এই বিলাক কৰিলেহে মানুহে ভাল ছোৱালী বুলিব।

বীভা— (হাঁহি) মা! মই আৰু এবাৰ নাচোনে ?

কুসুম— নাচা।

(নাচিব খোজোতেই জয়চাঁদ বাবুৰ প্ৰবেশ— বীভাই খং ভাবে প্ৰস্থান কৰে)

জয়চাঁদ— ৰাম ৰাম ডাঙৰীয়ানী।

কুসুম— ৰাম ৰাম বহা বাবুজী। তোমাৰ কিবা কেচ লাগিছে নেকি ?

জয়চাঁদ— নকৰ ডাঙৰীয়ানী, মাৰোৱাৰী লোক কেচ কৰাকে বহুত নিন্দা কৰে, লেকিন এৰকম অপমান কৰিছে কেচ নাই কৰিলেভি ইজ্জত নাই বাচে।

কুসুম— এবা কৰাক কৰিবই লাগে। টকা পইচা কেলেই ? ইজ্জতৰ কাৰণেহে।

জয়চাঁদ— ঠিক কথা কৈছে মাইজী। টাকাসে বৰা ইজ্জত। তাকে দুগিলাচ পানী খিলাব, তবে চাৰিম।

কুসুম— আমাৰ উকীলক ধৰিছা যেতিয়া, তাৰ শাস্তি নিশ্চয় হব। (উঠৈ) বাৰু তুমি বহা। মই উকীলক পঠাই দিওঁগৈ। (যাব খোজে)

জয়চাঁদ— ডাঙৰীয়ানী ! আপুনি অলপ মেহেৰবানি কৰি উকীল বাবুকে কই দিবা যে জয়চাঁদ বাবুকে কেচত জিতাব লাগে ।

কুসুম— (হাঁহি হাঁহি) বাক, বাক কম দিয়া ।

(প্ৰস্থান)

(হাতত এটা টোপোলা লৈ ৰাজখোৱাৰ প্ৰবেশ)

ৰাজখোৱা— অ' বাবুজী নেকি ?

জয়চাঁদ— ৰাম ৰাম ৰাজখোৱা ।

ৰাজখোৱা— (বহি) উকীল ডাঙৰীয়া নাই নেকি ?

জয়চাঁদ— ভিতৰে আছে । মই খবৰ ভেজিছোঁ । আচ্ছা ৰাজখোৱা আপুনিতো শইকীয়াৰ লগত মোৰ কেচটোৰ কথা চব জানা ।

ৰাজখোৱা— (হাঁহি) জানো—

জয়চাঁদ— আপনি মোৰ ফালে চাক্ষী কৰ লাগে ।

ৰাজখোৱা— মানে মই মিছা সাক্ষী কৰ নোৱাৰোঁ বাবুজী ।

জয়চাঁদ— মিছা চাক্ষী কি ৰকম হৱ ? শইকীয়াতো মোক ভাৰি অপমান কৰিছে ।

ৰাজখোৱা— মানে অপমান কৰিব পাৰে ; কিন্তু মৰা নাই । আৰু মই, মানে ঘটনা দেখাও নাই ।

জয়চাঁদ— (জেপৰ পৰা এশটকীয়া এখন নোট উলিয়াই ৰাজখোৱাৰ হাতত গুজি দি) এই একশ টেকা লই লোৱা । আপনি চাক্ষী দিলে মোৰ সব কাম হৈ যাব ।

বাজখোৱা— (নোট নলৈ ঠিয় হয়) ছি, ছি, বাবুজী। মানে মোৰ লগত এই ৰকম কাম নকৰিবা। টকা লৈ মই মিছা সাক্ষী কোৱা মানুহ নহয়। মানে তুমি জানানে যে শইকীয়া মোৰ বন্ধু?

জয়চাঁদ— হাঁ হাঁ জানে। লেকিন টেকাভিতো একশ আছে।

বাজখোৱা— এশই হওক বা যিমানেই হওক, অচিনাকী মানুহ এজনৰ বিপক্ষেও, টকা লৈ, মানে মই মিছা সাক্ষী কেতিয়াও নকও। মানে তুমি মোক ভুল বুজিছা বাবুজী।

(ৰমা কান্তৰ প্ৰবেশ)

ৰমাকান্ত— তোমাৰ নোট জেপত সুমুৱাই থোৱা বাবুজী। টকা লৈ যেই সেই উকীলে ওকালতি কৰে; কিন্তু যেই সেই মানুহেই টকালৈ সাক্ষী নকয়। বাজখোৱাই সাক্ষী নিদিলেও তুমি জিকিবা।

জয়চাঁদ— না ডাঙ্গৰীয়া, বাজখোৱা চব জানে।

(নোটখন জেপত থয়)

ৰমাকান্ত— মই সকলো বুজোঁ বাবুজী। কিন্তু মনত ৰাখিবা, জীৱনত দুখ কি বস্তু যি অনুভব নকৰে সংসাৰত টকাৰ প্ৰয়োজন তাৰ বৰ কম।

বাজখোৱা— চাওকচোন ডাঙৰীয়া, মিছা সাক্ষী মই কেনেকৈ কওঁ?

ৰমাকান্ত— (হাঁহি) নিশ্চয়। মিছা সাক্ষী তুমি কিয় কবা?

ৰাজখোৱা তুমি ভিতৰলৈ যোৱা। মই এওঁক বিদায় দি লওঁ।

ৰাজখোৱা— ভাল।

(ভিতৰলৈ যায়)

ৰমাকান্ত— তোমাৰ কেচটো মই ভালকৈ পঢ়ি চালোঁ। case টো কিছু weak, ডাক্তৰে তোমাক এখন মূল্যহীন certificate দিছে।

জয়চাঁদ— ডাঙৰীয়া! এই ডাক্তাৰ বাবু বহুত খাৰাপ লোক আছে। এই ডাক্তাৰ চাৰ্টিফিকেট কি জানি আমাকে ডুবাই দিব। কত ৰকম চেষ্টা কৰিলে —নাই মানিলে কি কৰিবা?

ৰমাকান্ত— এৰা সাক্ষী-বাদী মজপুত লাগিব। নহলে কেচ টিকা টান হব। চাৰ্টিফিকেটৰ কথা উল্লেখ কৰিবই নেলাগিছিল। তুমিতো মোক চাৰ্টিফিকেটখন আগতে নেদেখুৱালাও।

জয়চাঁদ— এৰা ডাঙৰীয়া, চেইটো ভুল হৈ গৈছে। আচ্ছা, আচ্ছা, চাৰ্টিফিকেটটো আভি আদালতছে উঠাই লব নাই পাৰিব নেকি?

ৰমাকান্ত— (হাঁহি) নাই নাই নোৱাৰি। তবে তাৰ ভিতৰতে ডাক্তৰৰ পৰা কিছু কথা আদায় কৰিবলৈ চাব লাগিব।

জয়চাঁদ— ডাঙৰীয়াৰ নিচিনা উকীল এই জিলাতে কোন আছে। আপ্‌নি চব পাৰিবা। এই দফে আপ্‌নি

মোৰ মান ৰাখি দিব লাগে।

ৰমাকান্ত— (হাঁহি) বাবুজী! বন্দুকত যিমান বেচি খাৰ-বাৰুদ দিবা, আদালতত সিমান বেচি আৱাজ হব। বুজিছা? (দুয়ো হাঁহে)

জয়চাঁদ— আচ্ছা, আচ্ছা, চেইটো আপ্‌নি ভয় নাই কৰিবা। জয়চাঁদ কি কোন দিন কম্‌টি বাৰুদ দি বন্দুক চুৰিছে? (হাঁহে)

ৰমাকান্ত— সাক্ষীবিলাক মই কোৱাৰ দৰে ঠিক কৈ আনিবা। সিহঁতক কৈ দিবা, আচামী পক্ষৰ উকীলে ঘূৰাই পকাই সুধিলেও যেন কথাৰ ইফাল সিফাল নকৰে। কেচ ভাল হব যোৱা।

জয়চাঁদ— নমস্তে! চব কথা আপনাৰ ওপৰ আছে।

(প্ৰস্থান)

ৰমাকান্ত— (ভিতৰলৈ চাই) ৰাজখোৱা

(ভিতৰৰ পৰা ৰাজখোৱা) হয় গৈছোঁ।

(ৰমাকান্তই টেবুলৰ ওপৰত থকা ফাইল এটা চায়। হাতত টোপোলা এটা লৈ ৰাজখোৱাৰ প্ৰৱেশ)

ৰমাকান্ত— বহাঁ। (ৰাজখোৱা বহে) হাতত সেইটো কিহৰ টোপোলা?

ৰাজখোৱা— নাই চাৰ, মানে অলপ জিঙ্ক্‌অকচাইদ, স্পিত গাম, আৰু অলপ হেয়াৰিং।

ৰমাকান্ত— আজি ভালেমান দিন তোমাক দেখাই নাই

আৰু হাঁহিবলৈকো পোৱা নাই।

ৰাজখোৱা-- এৰা গা অলপ অসুখ আছিল।

ৰমাকান্ত— কি অসুখ হৈছিল ?

ৰাজখোৱা— মানে Cold fever অৰ নিচিনা হৈ বৰ difficult হৈ গল।

ৰমাকান্ত— (হাঁহি) হয় নেকি ? পিচে আজি আহিলা কলৈ ?

ৰাজখোৱা— মানে— আহিছিলোঁ, আমাৰ বকুৱা ডাঙৰীয়াৰ তালৈ। ভাবিলোঁ এখেতকো আজি বহুত দিন মুলাকাত কৰা নাই, এবাৰ সোমাই যাওঁ।

ৰমাকান্ত— কিয় বকুৱাৰ লগতনো কি কাম আছিল ?

ৰাজখোৱা— মানে— আমাৰ গাঁৱত যে অলপতে মিটিংখন হৈছিল, তালৈ আপোনাকো মাতিছিল নহয়।

ৰমাকান্ত— এৰাহে মই যাব নোৱাৰিলোঁ।

ৰাজখোৱা— পিচে বকুৱা ডাঙৰীয়া আৰু জিলাৰ অনেক লোক তালৈ গৈছিল। ৰাতিলৈ মই এখন যাত্ৰাও পাতিলোঁ।

ৰমাকান্ত— কি যাত্ৰাহে ?

ৰাজখোৱা— ভাল যাত্ৰাই চাব, মানে— সীতাহৰণ পাতি-ছিলোঁ। তাতে বকুৱা ডাঙৰীয়াই মোক এটা চোনাৰ মেডেল দিলে।

ৰমাকান্ত— হয় নেকি ?

ৰাজখোৱা— হয়। (দেখুৱাই) এইটো। পিচে ৰূপৰ

হে মেডেল এটা দোকানৰ পৰা কিনি দিলে। বাৰু হওক, দানৰ নামে, মানে— তাবিজ এটাই হওক আৰু পুৰস্কাৰৰ নামে কাগজ এখিলাই হওক।

ৰমাকান্ত— নিশ্চয়। তুমিনো কিহৰ ভাও লৈছিলা ?

ৰাজখোৱা— সীতাৰ।

ৰমাকান্ত— (ৰৰকৈ হাঁহি) সৰ্ব্বনাশ! তুমিনো এই বুঢ়া বয়সত সীতাৰ ভাও লৈছিলানে ?

ৰাজখোৱা— সেইটো কথা নকব ডাঙৰীয়া! মানুহৰ, মুখৰ "কাত" লৈ কথা। যৌৱন কালত মই যেতিয়া "ফেমেলী পাৰ্ট কৰিছিলো তেতিয়া ছোৱালী বিলাকে মোক দেখি লাজ পাইছিল। এতিয়াও আপোনাৰ ৰং মাৰি চকুত কাজল লগাই, বেণী গোঠা চুলিতাৰ পিন্ধি, যেতিয়া ওলাই আহোঁ মানে— আপোনাৰ মতানে মাইকী ধৰিব নোৱাৰে।

ৰমাকান্ত— বাৰু ৰাজখোৱা, তুমি বিয়া নকৰা কিয় ?

ৰাজখোৱা— (অলপ হাঁহি) বিয়া! মানে— মোৰ Marriage ceremony ? ডাঙৰীয়া! ৰাজখোৱাই বিয়া কৰোৱা হলে এই পাৰ্টিৰ আজি জন্ম নহলে হেঁতেন। ই এটা Pathetic কাণ্ড। ডাৱৰৰ আঁৰে আঁৰে এটা বিজুলী খেলা। মানে—

বিৰহ বানে হানে কোমল প্ৰাণে
সখি কোমল প্ৰাণে

মৰণ বেদনা মোৰ
জানে কোনে ?

(হাত যোৰকৈ) সেই বিলাক কথা নুলিয়াব ডাঙৰীয়া। মানে মোৰ এই যাত্রা পার্টিয়েই সকলো বুলি ভাবিব।

ৰমাকান্ত— বাক্, ৰাজখোৱা, তুমি বিয়া-বাক নকৰি ফিৰা ধর্ম্ম-চর্চ্চা কৰিছানেকি ?

ৰাজখোৱা— ডাঙৰীয়াই ঠিকেই ধৰিছে। মানে— সেইটোৰ ফালেও অলপ আগ বাঢ়িছিলোঁ। পিছে যেতিয়াই গৈ পালোগৈ যে,— একে জুপি গছ

সংসাৰ আছে জুৰি,
তললৈ পাত পত্র
ওপৰলৈহে গুৰি।

তেতিয়াই চাৰ সেই আধ্যা সমাপ্ত কৰিলোঁ। মানে—বাদ দিলোঁ।

ৰমাকান্ত— (খুব হাঁহি) হয়নেকি ? বাক বাক এই সীতা হৰণ ড্রামাখন কোনে লিখা ?

ৰাজখোৱা— মানে—ড্রামাৰখন চাৰ মযেই লিখা।

ৰমাকান্ত— (ঢেক ঢেককৈ হাঁহি) তেন্তে তুমি লিখা পঢ়া ভালকৈয়ে জানা। ইংৰাজী স্কুলত পঢ়িছিলানেকি ?

ৰাজখোৱা— অঁ পঢ়িছিলোঁ বুলিয়েই ধৰিব। মানে মোৰ

class by class শিক্ষা নাই যদিও, মই আপোনাৰ সাত বছৰ বাগিছাই বাগিছাই Candidate কৰিছিলোঁ।

ৰমাকান্ত— (হাঁহি) সাত বছৰ Candidate কৰিছিলা ?

ৰাজখোৱা— হৈছে ডাঙৰীয়া। যলৈকে যাওঁ খালি Vacancy ত seat খালি নাই। Vacancy ত seat খালি নাই মানে—আপোনাক ঘটনা এটা কওঁ শুনক। এবাৰ লেখাতলি বাগিছাত মই Candidate কৰিবলৈ গলো। মেনেজাৰ জনে মোক Damn বুলি বাৰান্দাৰ পৰা খেদি দিলে। বৰ বেয়া পালোঁ। বাটত গৈ ঠিয় হৈ কলোঁ— চাহাব তুমি মোক Damn বুলিছা। Your father damn, your mother damn and your পিঠিত I ৰাজখোৱাই ৰেখেম খেম। (ৰমাই খুব হাঁহে) যোৱান অৱস্থাত ডাঙৰীয়া, মোৰ মুখেদি ইংৰাজী আখৈ ফুটাদি ফুটিছিল। এতিয়া বয়স ভাটি দিয়াৰ লগে লগে, মানে—কিছু জোৰ কৰিব লগীয়া হৈছে।

ৰমাকান্ত— বাৰু ৰাজখোৱা, তোমাৰ জীৱনত কোনো উচ্চ আকাঙ্ক্ষা নাইনেকি ?

ৰাজখোৱা— মানে aim ?

ৰমাকান্ত— এৰা aim.

ৰাজখোৱা— মানে এটা আছে। ডাঙৰীয়া নাটঘৰৰ ভিতৰৰ

playing কৰি থাকোতেই—যদি হঠাৎ মোৰ মৃত্যু হয় তেন্তে সেই মৰণ স্বৰগ চমান বুলি ভাবিম।

ৰমাকান্ত— (হাঁহি) বাৰু, বাৰু তুমি নাটকখন কেনেকৈ পৰিচালনা কৰিছিলা আৰু কোনখিনিত তুমি মেডেল পালা।

ৰাজখোৱা—মানে—প্ৰথমেই আপোনাৰ চোকোৰা উলিয়ালোঁ। কিন্তু চোকোৰাবোৰ প্ৰথমতে আপোনাৰ অৰ্ডিয়েঞ্চে দেখা নেপায়। পহিলাতে আপোনাৰ, মই গানটোৰ পহিলা লাইনটো এবাৰ হাৰমনিয়ামত বজাই দিলোঁ। তাৰ পিচত মোৰ ইছাৰা মতে দুজনী দুজনী চোকোৰা শাৰিকি জোটা বান্ধি, বিজুলী বেগে চাৰিওফালৰ পৰা গানত ধৰিলেহি। তাৰ পিচত—

ৰমাকান্ত— ৰবা ৰবা। গানটো এবাৰ তুমি গাই শুনোৱাচোন।

ৰাজখোৱা— গাব লাগিব নেকি চাৰ ?

ৰমাকান্ত— নিশ্চয়।

(ৰাজখোৱাই গান গাই)

কাহানি লাগিল ক'লি
ফুটি উঠিব, ক'লি ফুটি উঠিব
মৌ মাখি আহি কাণে
কাণে জনাব।

এইখিনিতে আপোনাৰ খালি হাৰমনিয়াম, ঢুলুকি আৰু মঞ্জিৰা চলিব। চোকোৰাবোৰে ড্ৰেচিং কৰিব। তাত মোৰ ইঙ্গিত থাকিব। এক দুই তিন, এক দুই তিন, এক দুই তিন।

ৰমাকান্ত— বাৰু বাৰু তাৰ পাচত ?

ৰাজখোৱা— তাৰ পিচত চোকোৰা বিলাকে মাটিত পৰি গালত হাত দি শুই পৰিল। মানে— গান আকৌ আৰম্ভ হল। (গায়)

ধুনীয়া গোলাপ কলি
উষাৰ কোলাত বহি
বলীয়া ভোমোৰা আহি
মৌ পিয়াব।

ৰমাকান্ত— বেচ বেচ, তাৰ পিচত ?

ৰাজখোৱা— তাৰ পিচত দশৰথ ওলাল, ৰাম চন্দ্ৰ ওলাল লক্ষ্মণ ওলাল।

ৰমাকান্ত— এ নহয়হে, তুমি মেডেল পালা কোন খিনিত ?

ৰাজখোৱ — ৰাম চন্দ্ৰই আপোনাৰ সকলোৰে পৰা বিদায় লৈ আহি সীতাৰ পৰা বিদায়' লবলৈ আহোঁতে সীতাই গানতে ৰাম চন্দ্ৰৰ লগত যাবলৈ কাকুতি কৰিলে।

ৰমাকান্ত— হেৰা, কাকুতিটোনো গানতে কেনেকৈ কৰিলে তুমি গাই শুনোৱা চোন।

ৰাজখোৱা— (হাঁহি) আপুনি মোক বৰ Troubling দিছে। বাৰু বাৰু। (এইবুলি গায়)

যদি নাথ যোৱা
অধিনীকো চঙ্গে নিয়া
যদি নাথ যোৱা!

এই খিনিলৈকে আপোনাৰ খেমটাত চলিব। তাৰ পিচত আপোনাৰ, কাঁহাৰবাত পেলাই ললোঁ।

নাথ যাবা দূৰ দেচে
ভ্ৰমিবা বিদেচী বেচে
কি প্ৰকাৰে কিমতে অকলে থাকিমো কোৱা,
যদি নাথ যোৱা
অধিনীকো চঙ্গে নিয়া
যদি নাথ যোৱা।

নাথ যাবা দূৰ দেচে.......... এ এ এ

নাথ. যাবা— এই মাজৰ কলিটোত ধৰি টান দিওঁতেই, মানে আপোনাৰ মেডেল পৰিলেই।

ৰমাকান্ত— ওঁ ওঁ তাৰ পিচত ? (বৰকৈ হাঁহে)

ৰাজখোৱা— তাৰ পিচত মই ওলালেই আপোনাৰ, কেলেপৰ উপৰি কেলেপ পৰা হল। পিচত গৈ আপোনাৰ ৰাৱণে হৰণ কৰি নিওঁতে যিটো ফায়াৰত ৰাৱণৰ আগত বচন কলোঁ, মানে জিলাৰ পৰা যোৱা মানুহ বিলাকে, "কেপিটেল", "পেঠেটিক", "ব্ৰেভো"

বুলি আপোনাৰ চিঞৰিবলৈ ধৰিলে।

(ৰমাকান্তই খুব হাঁহে। এনেতে বাহিৰত মটৰৰ হৰ্ণ শুনা যায়। ৰমাকান্তই ঠিয় হৈ বাহিৰলৈ চায়। হাতত ভেনিটি বেগ লৈ ভিতৰৰ পৰা কুসুম বালাৰ প্ৰবেশ)

কুসুম— মই আহিলোঁ।

ৰমাকান্ত— কলৈ ?

কুসুম— কিয় ? মই বগলিবাৰীৰ মিটিঙৰ কথা সেইদিনা কোৱা নাছিলোঁ জানো ?

ৰমাকান্ত— তুমি মিটিঙলৈ যাব নেলাগে।

কুসুম— আপুনি মোক সেই দিনাখনেই নকলে কিয় ? আপুনি অসন্মত বুলি জনা হ'লে মই কেতিয়াও নোলালোঁ হেঁতেন।

ৰমাকান্ত— কিন্তু সেইদিনা মই সন্মতিও প্ৰকাশ কৰা নাছিলোঁ।

কুসুম— মুখেৰে একো নেমাতিলে কি বুজায় ?

ৰমাকান্ত— যেই বুজাওক। তুমি যাব নেলাগে।

কুসুম— কিন্তু মই আপুনি সন্মত বুলি তেওঁলোকক Already word দিলোঁ। মিচেচ দাস, মিচ বেজিয়া আৰু মিচেচ শইকীয়া দাসৰ মটৰতে মোৰ কাৰণে বাহিৰত অপেক্ষা কৰিছে।

ৰমাকান্ত— শুনা কুসুম ! যেই সেই কথাৰে এটা মাত্ৰা আছে।

কুসুম— সকলো কথাৰে যে এটা মাত্ৰা আছে, সেই কথা

আজি আপুনি মোক ন'কৈ বুজাব নেলাগে। আপুনিয়েই এই মাত্ৰাৰ দুৱাৰ ধৰি আজি বহুত দিনৰ আগতে মোক উলিয়াই দিছিল।

ৰমাকান্ত— (ডাঙৰকৈ) মই দুৱাৰ ধৰি উলিয়াই দিছিলোঁ? তুমি বোধ হয় পাহৰি গৈছা যে মোৰ অমতে গলে তোমাৰ ভবিষ্যৎ বৰ ভাল নহব।

ৰাজখোৱা— ছেঃ মই আহিলেই আপোনালোক দুয়োৰো কাজিয়া দেখোঁ।

কুসুম— সকলোৰে ভৱিষ্যৎ ভগৱানৰ হাতত। গতিকে মোৰো ভৱিষ্যৎ ভগবানৰ হাততহে। মই আজিলৈকে আপোনাৰ অমতে কোনো কাম কৰা নাই।

ৰমাকান্ত— (গম্ভীৰ ভাবে) কুসুম, মই তোমাৰ বহুত দোষেই ক্ষমা কৰি আহিছোঁ, কিন্তু যি তিৰুতাই নাৰীত্ব, মাতৃত্ব বিসৰ্জ্জন দি কোনো কাম কৰিবলৈ ওলাই মই তাক কেতিয়াও ক্ষমা নকৰোঁ।

কুসুম— নাৰীত্ব, মাতৃত্ব, মই কোনখিনিত বিসৰ্জ্জন দিলো আপুনি মোক দেখুৱাই দিব পাৰিবনে? নাৰীত্ব, মাতৃত্ব তিৰুতাৰ ওপৰত ভগবানৰ শ্ৰেষ্ঠ দান। ইয়াৰ মৰ্য্যদা যি নাৰীয়ে চুলি এডাল মানৰ সমানো নষ্ট কৰে, মই তাক ঘিণ কৰোঁ।

ৰমাকান্ত শুনা কুসুম, অবাধে মিটিঙলৈ অহা যোৱা কৰা, তিন দিনকৈ উদ্দেশ্য বিহীন ভাবে ঘূৰি ফুৰা মই

মুঠেই ভাল নেপাওঁ।

কুসুম— বুজিছোঁ। কিন্তু মই যেতিয়া কোনো মিটিঙলৈ নগৈছিলোঁ। তেতিয়া আপুনি মোক জোৰ কৰি নিয়া নাছিল নে? মই যেতিয়া মিটিঙত লেকৃচাৰ দিবলৈ নেজানো বুলি কৈছিলোঁ। তেতিয়া আপুনি মোক গাৱঁলীয়া ছোৱালী বুলি ঠাট্টা কৰা নাছিল নে? কোনো পাৰ্টিলৈ মই নেজাওঁ বুলি কলে আপুনি মোক চকু ঘোপাকৈ ধৰা নাছিল নে? বাহিৰত আপোনালোকে স্ত্ৰী শিক্ষাৰ বিষয়ে গলা ফুলাই লেকৃচাৰ দিয়ে। স্ত্ৰী স্বাধীনতাৰ কথা কয়।

ৰমাকান্ত— (ধমক দি) কুসুম!

কুসুম— আৰু গলা ফুলাই মিটিঙত লেকৃচাৰ দিয়ে যে নাৰীয়ে পুৰুষৰ লগত খোজ মিলাই চলিব লাগে। আন কি মিলিটেৰী ট্ৰেনিং দিবলৈকো আপোনা-লোকে দাবী জনায়। আপোনালোকেই এই হীন আৰু ঠেক মনোবৃৰ্ত্তি লৈ সমাজ সংস্কাৰ কৰিবলৈ ওলাইছে? আপোনালোকেই নাৰী জগতৰ প্ৰতি বন্ধক। সমাজৰ কেৰোণ।

ৰমাকান্ত— কুসুম, Hold your Tongue.

ৰাজখোৱা— মানে মহা মুস্কিল।

কুসুম— দুবেলা দুমুঠি খাই ঘৰৰ কামবন কৰি জীৱন যাপন কৰাটোকে এদিন মই মোৰ কৰ্ত্তব্য বুলি ভাবিছিলোঁ।

কিন্তু এই স্বাধীন মনোবৃত্তিৰ আভাস এদিন আপুনিয়েই মোৰ প্ৰাণত জগাই তুলিছিল। আৰু আজি আপুনিয়েই অকথ্য ভাষাৰে এনে দুৰ্ব্যৱহাৰ কৰে। মোক আপুনি যি ভাবেই ইচ্ছা কৰে তেনেভাবেই ব্যৱহাৰ কৰিব পাৰে। কিন্তু মোৰ কাৰণে বাহিৰত অপেক্ষা কৰি থকা সেই ভদ্ৰ মহিলা কেইগৰাকীক অপমান কৰিবলৈ আপোনাৰ কোনো স্বত্ব নাই।

ৰমাকান্ত— মই বুজো, মোৰ নিজৰটো।

কুসুম— কিন্তু তেওঁলোকক মই নিমন্ত্ৰণ কৰি মাতি আনিছোঁ। এতিয়া তেওঁলোকক উভতি যাবলৈ কোৱা মানে, তেওঁলোকক অপমান কৰা। মোক আপুনি ক্ষমা কৰিব।

(বুলি বেগে প্ৰস্থান)

ৰমাকান্ত— কুসুম, কুসুম (বুলি উঠি যায়, ৰাজখোৱাও উঠে) কুসুম কথা শুনা!

(দূৰৈত মটৰৰ হৰ্ণ শুনা যায়)

ৰাজখোৱা— গলেই হবলা ডাঙৰীয়া! ছেঃ এই বিলাক বৰ shameৰ কথা! মই ঘৰৰ মানুহ হলো এতিয়া কি হল!

(ৰমাকান্তই ঘূৰি আহি টেবুলত মূৰ থৈ বহি, পৰে, ৰাজখোৱাও বহে)

মানে মোৰ কথা বাৰু বেলেগ কিন্তু বাহিৰা মানুহে এই বিলাক দেখিলে কি বুলিব? উস্ৰাম ঠিক কথা। মানে—তাহানি পাঁচ কড়ি দেৰ নভেলত পৰিছিলোঁ। —বোলে "ওমা তাৰা, নাৰী জাগিলে শ্যামা"। ডাঙৰীয়া! দুখ নকৰিব। মানে—এই বিলাক আজি কালি হৈয়েই থাকে। এই কাৰণেই আমাৰ গাৱঁৰ মানুহে বিয়া কৰি আনি, মানে লিকি লিকি ডিমৰু চিকি চিকি পাত, বাঢ়ি যায় ডিমৰু ওঠৰ হাতেৰে মাজে সময়ে অলপ অচৰপ জাৰি থাকে। যাতে আগলৈ ঠিয় জাপ ধৰিব নোৱাৰে।

ৰমাকান্ত— (মূৰ ডাঙি) তুমি এতিয়া যোৱা ৰাজখোৱা। মোৰ মন ভাল লগা নাই।

ৰাজখোৱা— সেইটো আৰু কবই নেলাগে। বোলে "বুক ফাটেতো মুখ ফাটেনা" Frankly হিচাবে কবলৈ গলে পিচে আইদেৱে কোৱামতে দোষ আপোনাৰ গাতহে। মানে আপুনি যেই সেই এক side লব লাগিছিল।

ৰমাকান্ত— (খঙেৰে) তুমি ইয়াৰ পৰা ওলাই যোৱা ৰাজখোৱা।

ৰাজখোৱা— মানে আপুনি আজি মোক ঘৰৰ পৰা out কৰি দিলে, আজিৰ পৰা মেয়ো ইফালৈ নাহোঁ।

ৰমাকান্ত— (খঙেৰে) নেলাগে আহিব। বাহিৰ হৈ যোৱা।

ৰাজখোৱা-- যাওঁ। কিন্তু মই নকৈ নোৱাৰিলো আপোনাৰ এই দৃশ্য 'পেথেটিক'।

ৰমাকান্ত— (চকিৰ পৰা উঠি) গলানে নাই ?

ৰাজখোৱা— যাওঁ। কিন্তু এই দৃশ্য বৰ পেথেটিক।

ৰমাকান্ত— (খঙেৰে) যোৱা বুলিছোঁ। যোৱা।

ৰাজখোৱা— যাওঁ কিন্তু এই দৃশ্য পেথেটিক।

(ৰাজখোৱাৰ বেগে প্ৰস্থান আৰু উকীল টেবুলত মূৰ থৈ বহি পৰে)

—অঙ্ক শেষ—



# "পঞ্চম অঙ্ক"

( ৰাজেন্দ্র হাকিমৰ আদালত। পেচকাৰ কামত ব্যস্ত। লেহমন পিয়ন ওচৰতে ঠিয় দি থাকে। আদালতৰ সন্মুখত এটা চিপাহী। বাপুৰাম শইকীয়া কাঠ গড়ালৰ ভিতৰত সোমাই থাকে। হাকিমক কিবা লিখি থকা দেখা যায়। এখন বেঞ্চত ৰমাকান্ত আৰু ৰমনী উকীল বহি থাকে। পট উঠাৰ পিচত পেচকাৰে পিয়নক কয়। )

পেচকাৰ— এই পিয়ন ! জয়চাঁদ আগৰৱালাক ডাক্।

লেহমন— জয়চাঁদ আগৰৱালা হাজিৰ। জয়চাঁদ আগৰৱালা হাজিৰ।

( জয়চাঁদৰ প্ৰৱেশ আৰু সাক্ষীৰ গড়ালত সোমায় )

পেচকাৰ— কওক, যি কম সঁচা কম।

জয়চাঁদ— যি কব হাঁচা কব।

( কেইজনমান অফিচৰ কেৰাণী, ৰাজখোৱা আদিয়ে কেচ শুনি থাকে। বেঙাকো আদালতত ঠিয় হৈ থকা দেখা যায়। জয়চাঁদৰ প্ৰতি বেঙাৰ খং ভাব )

ৰমনী— (উঠি) আপুনি যেতিয়া বাপুৰাম শইকীয়াৰ ঘৰত তাগিদ দিবলৈ গৈছিল তেতিয়া সময় কিমান আছিল ?

জয়চাঁদ— চমম্ন, পাঁচ বাজিছে ।

ৰমনী— আপোনাক শইকীয়াই কিহেৰে মাৰিছিল ?

জয়চাঁদ— লাঠি দি ।

ৰমনী— খুন বাহিৰ হৈছিলনেকি ?

জয়চাঁদ— খুন গিৰা নাই, তবে বহুত ফিকিছিল ।

ৰমনী— আপোনাক যিডাল লাঠিৰে মাৰিছিল সেই ডাল কিহৰ আছিল ?

জয়চাঁদ— বাটামকা টুকুৰা অ'ছিল ।

ৰমনী— কিমান মোটা আছিল ? বোধহয় ডাঙৰ আছিল নহয়নে ?

জয়চাঁদ— হাঁ বাবুজী, দু-তিন্ বাটামৰ লম্বা টুকৰা হব । হৰবিলাস দোকানীভি দেখিছে ।

ৰমনী— (হাঁহি) বাবুজী ! আপোনাৰ মূৰটো লোহাৰ টুপিৰে ঢকা আছিলনেকি যে বাটামৰ মাৰতো মূৰটো নেফাটিল ।

(ৰমাকান্তৰ বাহিৰে সকলোৱে হাঁহে)

ৰমাকান্ত— Fortunately he escaped, there is nothing to laugh.

ৰমনী— বাক সেইখিনি সময়ত হৰবিলাস দোকানী আপোনাৰ ওচৰতে আছিল ?

জয়চাঁদ— হাঁ ।

ৰমনী— তেঁৱেই আপনাক একবাই দিছিল নহয় ?

জয়চাঁদ— হঁা, হৰবিলাস নাই থাকিলে কিজানি জানেই খট্টম ।

ৰমনী— সেই দিনা কেৰাণী বাবুৰ ঘৰত কাৰোবাৰ কিবা অসুখ হৈছিলনেকি ?

হাকিম— Why these questions ?

( তললৈ মূৰকৈ লিখি থকা অৱস্থাতে )

জয়চাঁদ— নাই বাবুজী অচুখটো কাৰো নাই আছিল ।

ৰমনী— বাৰু আপুনি বাপুৰাম শইকীয়াই জেপৰ পৰা টকা উলিয়াই তেওঁৰ পৰিবাৰক দিয়া নিজ চকুৰে দেখিছিল ?

জয়চাঁদ— হঁা, আমি নিজ আঁখুছে দেখিছে । নম্বৰী নোট দুটা দিছে ।

ৰমনী— Your honour will kindly mark. His pay is only hundred rupees.

হাকিম— What does he mean by নম্বৰী নোট ?

ৰমনী— আচ্ছা নম্বৰী নোটতো কি ?

জয়চাঁদ— একশ ৰূপীয়া নোটকো হামিলোক নম্বৰী নোট বলে ।

ৰমনী— বাৰু, আপুনি বাপুৰাম শইকীয়াৰ ঘৰলৈ এই ঘটনাৰ আগেয়েও তাগিদ দিবলৈ যায় নহয় ?

জয়চাঁদ— হঁা যায় ।

ৰমনী— আপনাক শইকীয়াই আগেয়ে কেতিয়াও এনেকুৱা ব্যৱহাৰ কৰা নাই নহয় ?

জয়চাঁদ— নাই। তবে কভি কভি দু এক গৰম কথা কয়। লেকিন এই ৰকম কোন দিন নাই কৰিছে।

হাকিম— আৰু কিবা সুধিব জানো ?

ৰমনী— No sir, I have finished.

পেচকাৰ— (জয়চাঁদক) বাৰু আপুনি যাওক।

(জয়চাঁদৰ প্ৰস্থান)

এই পিয়ন ! হৰবিলাস দোকানী।

লেহমন— হৰবিলা দোকানী হাজিৰ।

পেচকাৰ— এই হৰবিলা নহয়, হৰবিলাস।

লেহমন— অ বাৰু। হৰবিলাস দোকানী হাজিৰ। হৰবিলাস দোকানী হাজিৰ।

(হৰবিলাসৰ প্ৰবেশ আৰু সাক্ষীৰ গড়ালত সোমায়)

পেচকাৰ— কোৱা, যো বলেগা চত্য বলেগা।

হৰবিলাস – ভগবানকো নাম লিয়ে যো কহেগা চাছ কহেগা।

ৰমনী— (উঠি) তুমি এওঁক চিনি পোৱানে ?

(বাপুৰামক দেখুৱাই)

হৰবিলাস— হাঁ হুজুৰ বাবুকো হাম পাছান্তা হায়।

ৰমনী— এই বাবুয়ে তোমাৰ দোকানৰ মাল খায় ?

হৰবিলাস— হাঁ আজ বহুত দিনছে খাতা হায়।

ৰমনী— এওঁ তোমাৰ দোকানৰ মাল বাকীকৈ খায় আৰু মাহৰ পহিলা তাৰিখে বাকী আদায় দিয়ে।

হৰবিলাস— হুঁ! ৰূপীয়া দেতা হায়, লেকিন চমুছা বাকী আদায় নেহি কৰতা হায়।

ৰমনী— হঁা একেবাৰে আদায় কৰি দিব নোৱাৰিলেও অলপ অচৰপকৈ দি থাকে।

হৰবিলাস— হঁা হজুৰ দেতা হায়। ঝুঠ নাই বলেগা।

ৰমনী— তুমি যেতিয়া তেওঁৰ ঘৰলৈ যোৱা, তেতিয়া তেওঁ অকলে আছিল নহয় জানো?

ৰমাকান্ত— (ঘপকৈ উঠি) This is misleading Sir. (হাকিমক কয়)

ৰমনী— All right, (হৰবিলাসক আকৌ সোধে) তুমি যেতিয়া বাপুৰাম শইকীয়াৰ ঘৰলৈ গৈছিলা, তেতিয়া তাত আন কোনোবা মানুহ আছিলনে?

হৰবিলাস— নেহি হজুৰ কেৰাণী বাবু একেলা ৰাহা।

ৰমনী— Your honour, he says that Bapuram Saikia was alone there in the room. তেন্তে তুমি তেওঁৰ ঘৰৰ পৰা ওলাই আহোতে জয়চাঁদ বাবুক বাটত পাইছা?

হৰবিলাস— নেহি হজুৰ, হামাৰা চাম্‌নেমে জয়চাঁদ বাবুকো মাৰা হায়।

ৰমনী— আহ্! মই তোমাক জয়চাঁদ বাবুক মৰাৰ কথা সোধা

নাই। মই সুধিছোঁ যে, তুমি জয়চাঁদ বাবুক শইকীয়া বাবুৰ ঘৰৰ পৰা ওলাই যাওঁতে বাটত পাইছা। মিছা নকবা।

হৰবিলাস— (ঘেঁহাই) হাঁ হজুৰ, হাম যব্ কেৰাণী বাবুকা ঘৰছে লোটা হায়, তব বাহাৰমে হামাৰা চাঠ জয়চাঁদ বাবুকো চাঠ ভেট হুৱা ৰাহা। লেকিন হাম যব ৰাস্তা পঁহুছ গেয়া, তব কেৰাণী বাবুকা ঘৰমে হাল্লা উঠা। হাম লোট যাকে দেখা ৰাহা যেইচে কেৰাণী বাবু জয়চাঁদ বাবুকো মাৰা হায়।

ৰমনী— Your honour, he says, when he came out of Bapuram's house, Joychand went in and both of them came across just out side Bapuram's place. And when he reached the road, he heard the noise and came back straight in to Bapuram's place and saw the event with his own eyes. বাৰু যিডাল লাঠিৰে জয়চাঁদ বাবুক মাৰিছিল, সেই লাঠিডাল কিহব?

হৰবিলাস— যো লাঠি কেৰাণী বাবু, হৰবখত পাকাৰ্তা হায়, ওহি।

ৰমনী— Your honour he means the walking stick.

ৰমনী— জয়চাঁদ বাবুক মৰা দেখি তুমি কি কৰিলা ?

হৰবিলাস— যব জয়চাঁদ বাবু বেহুছ হোকৰ মাট্টিমে গিৰ গিয়া, হাম একঠু বিকছা বোলাকৰ জয়চাঁদ বাবুকো পাকাৰকে লে গিয়া।

ৰমনী— তেন্তে তুমি জয়চাঁদ বাবুক ৰিকছাত লৈ যাওঁতে বাটত কৃপাল বাবুক লগ পাইছা ?

হৰবিলাস— হাঁ হজুৰ।

ৰমনী— বাৰু যোৱা।

(হৰবিলাসৰ প্ৰস্থান)

পেচকাৰ— লেহমন! কৃপাল চন্দ্ৰ দে'ক মাত।

লেহমন— কৃপাল্ চন্দ্ৰ দে, হাজিৰ, কৃপাল চন্দ্ৰ হাজিৰ।

(কৃপাল বাবু সোমাই আহি সাক্ষীৰ গৰালত সোমায় আৰু হাকিমক নমস্কাৰ কৰে। বেঙাই চকু ঘোপাকৈ কৃপাল বাবুলৈ চায়। বেঙাৰ চকুত বিৰক্তি আৰু খঙৰ ভাব প্ৰকাশ পায়)

পেচকাৰ— বলেন যি কম সত্য কম।

কৃপাল— যা ব'লব সত্য ব'লবো।

ৰমনী— আপুনি সোণৰ গহনা আদি কৰে? আপোনাৰ এখন ডাঙৰ দোকান আছে ?

কৃপাল— আজ্ঞে হেঁ।

ৰমনী— আপুনি প্ৰথম যেতিয়া দেশৰ পৰা আহে আপোনাৰ অৱস্থা বৰ বেয়া আছিল ?

কৃপাল— হেঁ! অত্যন্ত খাৰাপছিল।

ৰমনী— এই দোকানখন খোলা আপোনাৰ কিমান দিন হল?

হাকিম— Why this irrelevant question?

ৰমনী— I want this Sir,

হাকিম— I think you want, if he has got any business concern, with Joychand at present.

ৰমনী— Yes your honour. I am coming to that, ও কওকচোন কিমান দিন হল?

কৃপাল— আজ অনেক দিন হয়েছে, প্রায় ২৭ বৎসৰ।

ৰমনী— তেন্তে এই দোকানখন আপোনাৰ নিজৰ টকাৰে খোলা নহয়?

কৃপাল— (ঘেঁহাই) আজ্ঞে আমি—.

ৰমনী— সঁচা কথা কব। আপুনি এতিয়াই কৈ গৈছে নহয় যে, আপোনাৰ অৱস্থা অত্যন্ত বেয়া আছিল।

কৃপাল— আমি কিছু টাকা ধাৰ কৰেছিলাম।

ৰমনী— কাৰ পৰা?

কৃপাল— (কেৰো ঘেহোঁকৈ) এই জয়চাঁদ বাবু থেকে। তবে অনেক বৎসৰ আগেই আমি সেই টাকা পৰিশোধ কৰেছি।

ৰমনী— বুজিছোঁ, কিন্তু এতিয়াওতো আপোনাৰ লগত জয়চাঁদ বাবুৰ টকা পয়চাৰ লেন দেন আছে।

কৃপাল— আজ্ঞেঁ না ! জয়চঁদ বাবুৰ সঙ্গে আমাৰ টাকা পয়চাৰ কোন লেন দেন নাই ।

ৰমনী— আপোনাৰ দোকানৰ প্রয়োজনীয় সোণ সদায় আপুনি জয়চাঁদ বাবুৰ দোকানৰ পৰা কিনে ?

কৃপাল— অৱশ্য আমি টাকা দিয়ে জয়চাঁদ বাবুৰ দোকান থেকে সোণা কিনি ।

ৰমনী— হৰবিলাসে জয়চাঁদ বাবুক ধৰি লৈ আহোঁতে আপুনি শইকীয়াৰ ঘৰৰ আগতে পাইছে ?

কৃপাল - আজ্ঞেঁ,— হে ।

ৰমনী— তেতিয়া আপুনি কি হল বুলি সোধাত, হৰবিলাসে শইকীয়াই মাৰিলে বুলি কলে ?

কৃপাল— আজ্ঞে হেঁ ।

ৰমনী— জয়চাঁদ বাবুয়ে আপোনাক কিবা কৈছিলনে ?

কৃপাল— না, উনি তখন কথা বল্‌তে পাৰেন নি ।

ৰমনী - বাৰু, হৰবিলাসে জয়চাঁদ বাবুক কিহত তুলি লৈ গল ? তেওঁৰতো তেতিয়া হুঁস নাছিল ।

কৃপাল— (অলপ ইতস্ততঃ কৰি) আজ্ঞে—

ৰমনী— কওক, কিহত লৈ গল ?

কৃপাল— আজ্ঞেঁ, জয়চাঁদ বাবুৰ মটৰে ।

ৰমনী— Your honour, he says that Joychand Babu,was taken by Harabilash in Joychand Babu's car, বাৰু আপুনি যাওক ।

(কৃপাল বাবুৰ প্ৰস্থান)

পেচকাৰ— লেহমন, ডাক্তৰ বাবুক মাত।

( এনেতে ডাক্তৰ সোমাই আহে আৰু সাক্ষীৰ গৰালত সোমায়, বেঙাই ডাক্তৰৰ মুখলৈ চাই আপোন মনে হাঁহে )

পেচকাৰ— Please say what I will speak I will speak the truth.

ডাক্তৰ— I will speak the truth.

( জয়চাঁদ বাবু সোমাই আহি কেচ চাই থাকে )

ৰমাকান্ত— Your honour, ডাক্তৰক examine কৰা হোৱা নাই।

হাকিম— Is it ? বাৰু সোধক।

ৰমাকান্ত— আপুনি জয়চাঁদ বাবুক চিনি পাইনে ?

ডাক্তৰ— হয় পাওঁ।

ৰমাকান্ত— বাপুৰাম শইকীয়াক ?

ডাক্তৰ— পাওঁ।

ৰমাকান্ত— আপোনাক মই কেৱল এটা কথা সোধো।

ডাক্তৰ— সোধক।

ৰমাকান্ত— ( হাকিমৰ টেবুলৰ পৰা এখন কাগজ লৈ ) এই খন Medical Certificate আপুনি দিয়া হয়নে ?

ডাক্তৰ— ( কাগজ খন চাই ) হয়।

ৰমাকান্ত— তেন্তে জয়চাঁদ বাবু আপোনাৰ চিকিৎসাৰ অধীনত

আছিল ?

ডাক্তৰ— হয়, দুদিন তেওঁ মোৰ পৰা ঔষধ নি খাইছিল।

ৰমাকান্ত— Thats allright, I have finished.

(মেডিকেল চাৰ্টিফিকেট খন আকৌ হাকিমৰ টেবুলত থৈ দিয়ে)

ৰমনী— (উঠি জেপৰ পৰা এখন কাগজ উলিয়াই ডাক্তৰক দেখুৱাই) এই খন আপোনাৰ Prescription হয়নে ?

ডাক্তৰ— হয়।

(বেঙাই কাণৰ গুৰিত গুজি থোৱা, আধা খোৱা বিৰি এডোখৰ উলিয়াই মুখত দি জেপৰ পৰা জিয়াশলাই উলিয়াই মাৰিব খোজোতেই হঠাৎ পুলিচলৈ চকুপৰি ভয় খাই মুখৰ বিৰি জেপত সুমাই থৈ চিজিল হৈ বহে)

ৰমনী- এই Prescription খান আপুনি শইকীয়াৰ লৰাটিৰ বেমাৰত দিছিল ?

ডাক্তৰ— হয়! It was a case of double Pneumonia.

ৰমনী— চাওক চোন, আপোনাৰ Prescription মতে সেইদিনা পহিলা তাৰিখ আছিল ? (কাগজখন ডাক্তৰক দিয়ে)

ডাক্তৰ— (কাগজ লৈ) May be তাৰিখ মনত নাই। যদি Prescription অত পহিলা তাৰিখ আছে তেন্তে হয়।

ৰমনী— আপুনি কাগজ খন চাই কওক।

ডাক্তৰ— নেলাগে, Prescription অত আছে যদি হয়।

হাকিম— Please give straight answer.

ডাক্তৰ— ( কাগজ চাই ) Yes পহিলা তাৰিখ।

ৰমনী— মই আপোনাক এটা কথা সোধো।

ডাক্তৰ— সোধক।

ৰমনী— সেইদিনা আপুনি যেতিয়া শইকীয়াৰ লৰাটি চাবলৈ যায় শইকীয়াই আপোনাক ভিজিত দিব পৰা নাছিল ?

ডাক্তৰ— নাই। সেই দিনা শইকীয়াৰ wife য়ে চকুৰ পানী টুকি টুকি হাতৰ আঙঠি সোলোকাই মোক দিছিল।

হাকিম— Did you accept the ring ?

ডাক্তৰ— No Sir. never.

ৰমনী— ( হাকিমৰ টেবুলৰ পৰা চাৰ্টিফিকেটখন লৈ ) এই খন চাৰ্টিফিকেট আপুনি জয়চাঁদ বাবুক দিছিল।

ডাক্তৰ— হয়।

ৰমনী— এই চাৰ্টিফিকেট মতে জয়চাঁদ বাবু দুদিন আপোনাৰ চিকিৎসাৰ অধীনত আছিল।

ডাক্তৰ— হয়।

ৰমনী— তেওঁৰ নো কি অসুখ হৈছিল ?

ডাক্তৰ— তেওঁৰ মূত্ৰৰ কামোৰ আৰু অলপ জ্বৰৰ ভাব হোৱা বুলি কোৱাত I prescribed alkaline mixture.

ৰমনী— তেন্তে আপুনি তেওঁৰ গাত বা মূত্ৰত কোনো জখম

পোৱা নাছিল।

ডাক্তৰ— No. I did not.

ৰমনী— Yes Sir, I have finished.

হাকিম— Now we have finished all witnesses. (ৰমাকান্তলৈ চাই) Please open your case.

ৰমাকান্ত – (ঠিয় হৈ) May it please your honour Sir, বাপুৰাম শইকীয়াই যে জয়চাঁদ বাবুক টকা নিদি মাৰধৰ কৰিছে সেইটো court য়ে প্ৰমাণ পাইছে। শইকীয়াৰ হাতত যদি টকা নাছিল তেন্তে তেওঁ হৰবিলাচক দহটকা কণ কৰ পৰা দিলে ? হৰবিলাচৰ সাক্ষীৰ পৰা প্ৰমাণ হৈছে যে শইকীয়াই জয়চাঁদ বাবুক মাৰিছিল আৰু হৰবিলাসে তেওঁৰ জীৱনটো ৰক্ষা কৰিছে। ডাক্তৰৰ সাক্ষীৰ পৰা প্ৰমাণ হৈছে যে, সেই মাৰৰ ফলতেই জয়চাঁদ বাবুৰ ভয়ঙ্কৰ মূৰৰ বিষ আৰু জ্বৰ হৈছিল। কৃপাল বাবু নিচিনা এজন ভদ্ৰলোকেও কৈ গৈছে যে, তেওঁ জয়চাঁদ বাবুক মাতিব নোৱাৰা অৱস্থাত পাইছে। হৰবিলাচৰ সাক্ষীয়ে কৃপাল বাবুক corroborate কৰিছে। সেইদিনা শইকীয়াৰ ঘৰত কাৰোবাৰ বেমাৰ হৈছিল নে নাই, ডাক্তৰক ভিজিত দিছিল নে নাই, এই বিলাক কথা আমাৰ নিষ্প্ৰয়োজন। Court অৰ এতিয়া বিচাৰ কৰিব লগীয়া কথা

হৈছে যে জয়চাঁদ বাবুক বাপুৰাম শইকীয়াই মাৰিছিল নে নাই। জয়চাঁদ বাবুৰ নিচিনা ধনী, মানী আৰু সদাশয় ভদ্ৰলোক এজনে মিছা মকৰ্দ্দমা কৰি আদালতত বিচাৰ প্ৰাৰ্থী হৈ ঠিয় হব বুলি Court য়ে বিশ্বাস কৰেনে? জয়চাঁদ বাবুৰ নিচিনা এজন মানুহে অলপ টকাৰ কাৰণে কেতিয়াও আদালতত ঠিয় নিদিলে হেঁতেন, যদি তেওঁৰ মান মৰ্য্যাদাৰ ওপৰত বাপুৰাম শইকীয়াই হাত নিদিলে হেঁতেন। তেনেকুৱা টকা তেওঁ বহুত অনুষ্ঠানত আৰু বহুত দুখীয়া মানুহক হাজাৰে হাজাৰে অম্লান বদনে দান কৰিছে। টকা তেওঁক হয়তো বহুতেই দিব লাগে; কিন্তু তেওঁ কাৰো ওপৰত আজিলৈকে কোনো টকাৰ মকৰ্দ্দমা কৰা নাই। বাপুৰাম শইকীয়াৰ ওপৰতো তেওঁ টকাৰ মকৰ্দ্দমা কেতিয়াও কৰা নাছিল, যদিও ই আজি বহুত দিনৰ ধাৰ। যদি শইকীয়াই তেওঁক এনেভাৱে অপমান নকৰি ভালেৰে তেওঁক টকা খিনি এৰি দিবলৈ কলে হেঁতেন তেন্তে জয়চাঁদ বাবুৰ নিচিনা এজন মানুহে টকাতো অনায়াসে এৰি দিলে হেঁতেন। যদি Court য়ে এনেবিলাক মানুহৰ শাস্তিৰ ব্যৱস্থা নকৰে তেন্তে আজি সহজ সৰল ভদ্ৰলোকৰ পক্ষে এই সংসাৰত চলাফিৰাই মস্কিল হৈ পৰিব। অসীম

কষ্টৰে টকা উপাৰ্জ্জন কৰি সেই টকাৰে পৰৰ উপকাৰ কৰিবলৈ গৈ যদি প্ৰাণৰ এনেভাৱে হতাহতি হবলগা হয় তেন্তে ই পৰিতাপৰ বিষয়। সহজ সৰল ভদ্ৰলোকৰ Court য়েই আশ্ৰয়। গতিকে Court য়ে এনে দোষীক Examplary Punishment দিব লাগে।

(ৰমাকান্ত বহে ৰমনী বৰুৱা উঠে)

ৰমনী— (ঠিয় হৈ) May it please your honour sir, Court য়ে case decide কৰিব case অৰ merit আৰু demerit অৰ ওপৰত। Sentiment অৰ কিছুমান মূল্যহীন কথাকৈ court অৰ বহুমূলীয়া সময় নষ্ট কৰাতো উচিত নহয়। বিশেষকৈ, মান মৰ্য্যাদাৰ ভয়ত court অৰ আশ্ৰয় লোৱা ধনী সদাগৰ জনে মিছা মকৰ্দ্দমা কৰা court য়ে যথেষ্ট প্ৰমাণ পাইছে। (জয়চাঁদ খং ভাবে সোমায় যায়) প্ৰথম কথা হৈছে জয়চাঁদ বাবুয়ে কৈছে যে টকা বাপুৰাম শইকীয়াৰ হাতত থাকিও টকা নিদি তেওঁক মাৰধৰ কৰিছে। জয়চাঁদ বাবুৰ জবান বন্দীত কৈছে যে শইকীয়াই দুখন এশটকীয়া নোট অৰ্থাৎ দুশটকা জেপৰ পৰা উলিয়াই তেখেতৰ পৰিবাৰক দিয়া তেওঁ নিজ চকুৰে দেখিছে। কিন্তু শইকীয়াই দৰমহা পায় মাত্ৰ ১০২৲ টকা। জয়চাঁদ

ৰাবুয়ে দেখা বাকী এশটকীয়া নোটখন আহিল কৰ পৰা ? হৰবিলাসে কৈছে যে, তেওঁ যেতিয়া শইকীয়াৰ ঘৰত তাগিদ দিবলৈ যায়, তেতিয়া শইকীয়াৰ বাহিৰে ঘৰত কোনো নাছিল। হৰবিলাসে এবাৰ কৈছে যে শইকীয়াই জয়চাঁদ বাবুক মাৰোতে তেওঁ তাতে উপস্থিত আছিল আৰু একৰাই দিছিল। কিন্তু cross অত কৈছে যে তেওঁ শইকীয়াৰ ঘৰত চিঞঁৰ বাখৰ শুনিহে ৰাস্তাৰ পৰা ঘূৰি শইকীয়াৰ ঘৰলৈ গৈছে। অৰ্থাৎ হৰবিলাসে যেতিয়া শইকীয়াৰ ঘৰৰ পৰা ওলাই আহে, জয়চাঁদ বাবু তেতিয়া শইকীয়াৰ ঘৰলৈ সোমাইছে। জয়চাঁদ বাবুয়ে কৈছে যে তেওঁক মৰা লাঠিডাল বাটামৰ টুকুৰা আৰু হৰবিলাসে কৈছে যে শইকীয়াই ফুৰিবলৈ যাওঁতে লৈ ফুৰা লাঠিডাল হে ! অৰ্থাৎ walking stick গতিকে court য়ে গোটেইখিনি কথা বিচাৰ কৰি চাব। জয়চাঁদ বাবুয়ে কৈছে যে শইকীয়াই তেওঁক মৰাৰ ফলত তেওঁ ডাক্তৰৰ চিকিৎসাধীন হৈ থাকিব লগীয়া হৈছিল। কিন্তু ডাক্তৰে কয় যে তেওঁ কোনো জখম জয়চাঁদ বাবুৰ গাত বা মূৰত পোৱা নাই। ডাক্তৰে alkaline mixture prescribe কৰিছিল তেওঁৰ পানীলগা অসুখৰ কাৰণে। জয়চাঁদ বাবুয়ে কয় সেইদিনা ৰাপুৰাম শইকীয়াৰ ঘৰত

কোনো দেমাখী নাছিল, কিন্তু ডাক্তৰে কয় যে সেইদিনা শইকীয়াৰ লৰাটিৰ ডবল নিউমুনীয়াত পৰি আছিল। কৃপাল বাবুৰ সাক্ষীলৈ চাওক—কৃপাল বাবুয়ে স্বীকাৰ কৰিছে যে, তেওঁ জয়চাঁদ বাবুৰ পৰা টকা ধাৰ লৈ প্ৰথম ব্যৱসায় আৰম্ভ কৰে। আৰু সেই কাৰণেই কৃপাল বাবুয়ে কৃতজ্ঞতাৰ চিন স্বৰূপে আজিও জয়চাঁদ বাবুৰ লগত এটা বেপাৰৰ লেন দেন ৰাখিছে আৰু ঠিক সেই একেই কাৰণত আজি কৃপাল বাবুয়ে জয়চাঁদ বাবুৰ হৈ সাক্ষী কৰিবলৈকো আহিছে। Court য়ে বিশেষকৈ আৰু এটা কথা মন কৰিব লগীয়া হৈছে যে, হৰবিলাসে কৈছে যে জয়চাঁদ বাবুক অজ্ঞান অৱস্থাত তেওঁ বিক্সাত তুলি লৈ গৈছিল কিন্তু কৃপাল বাবুয়ে কৈছে যে তেওঁ জয়চাঁদ বাবুক মটৰত হে তুলি নিয়া দেখিছে। (হাঁহি) কাৰণ তেওঁ জানে যে জয়চাঁদ বাবুৰ এখন মটৰ আছে। মই গোটেই বিলাক কথা Court অৰ আগত কৈহিয়াই দেখুৱাইছোঁ। এতিয়া Court য়ে বিচাৰ কৰক যে এনে অৱস্থাত বাপুৰাম শইকীয়াক দোষী সাব্যস্ত কৰিব পাৰিনে নোৱাৰি। অৱশ্যে মই এইটো স্বীকাৰ কৰোঁ যে সেইদিনা পহিলা তাৰিখ, অথচ শইকীয়াৰ হাতত পইচা নাই। দেন্দাৰ ইটোৰ পিচত সিটো আহিব

লাগিছে, লৰাৰ ডবল নিউমুনীয়া, ডাক্তৰক ভিজিত দিবলৈ উপায় নাই, এনে অৱস্থাত জয়চাঁদ বাবুৰ উপস্থিতিয়ে হয়তো শইকীয়াক অলপ বিমোৰত পেলাইছিল আৰু হয়তো জয়চাঁদ বাবুক দুটা টান কথা শুনুৱাতো সম্পূৰ্ণ স্বাভাবিক। আজি-কালি দুই এজন ডাঙৰ অফিচাৰ আৰু একেবাৰে তলতীয়া পিয়ন চাপৰাচীৰ বাহিৰে মাজৰ সোপাৰ অৱস্থা একেবাৰেই শোচনীয়। সিদিনা এট পিয়নে বাপুৰাম শইকীয়াক টকা পাঁচটা ধাৰলৈ দিছিল। অৱশ্যে এইটো মই শুনা কথা। মই শেহত ইয়াকে কব খোজো যে জয়চাঁদ বাবুৱে বাপুৰাম শইকীয়াৰ ওপৰত মিছা মকৰ্দ্দমা কৰিছে। বাপুৰাম শইকীয়া সম্পূৰ্ণ নিৰ্দ্দোষী। ইয়াত কোনো সন্দেহ নাই। (বহে)

হাকিম— (লিখি থকা অৱস্থাতে হাঁহি হাঁহি সোধে) পিয়ন বিলাকৰ দৰ্মহা বৰ বেচি নেকি ?

( জয়চাঁদ সোমাই আহে )

ৰমাকান্ত— This is febulous Sir,

ৰমনী— দৰ্মহা বেচি নহয়; কিন্তু সিহঁতৰ কেৰাচিন তেল আৰু নিমখ কনৰ বাহিৰেতো অন্য চিন্তা নাই। সকলো খেতিৰ পৰা পায়।

হাকিম— বাৰু, যি পিয়নে শইকীয়াক টকা ধাৰলৈ দিছিল।

তাৰ নাম কি ?

ৰমনী— He is here Sir, his name is Lehmon.

হাকিম— (হুঁম্হি) I see !

ৰমাকান্ত— (খংকৈ উঠি) Your honour, Lehmon is in no way connected in this case. He is not a charge sheet witness and was not examined.

ৰমনী— (উঠি) Why are you hot Sir? মইতো লেহমনক witness বুলি কোৱা নাই। কথা প্রসঙ্গত নামটো ওলাইছে।

ৰমাকান্ত— Sir, আজিকালি Young Pleaders সকলে outside record দি court অক mislead কৰাটো এটা hobby হৈ পৰিছে।

ৰমনী— Sir, To mislead the court is against the principle of the legal practitioners act. I know it definitely well and I am not to learn it from any body, আৰু Sir, আজিকালি Senior pleaders সকলেও যতে ততে বয়সৰ সুবিধা লোৱা Hobby টোও বেচ মন কৰিব লগীয়া কথা হৈ পৰিছে।

হাকিম— বাৰু বাৰু ৰব। পিয়ন চাপৰাচী বিলাকে তেন্তে চাকৰী কৰে কিয় ?

ৰমনী — Pure and simple thing Sir, নামৰ কাৰণে।

ৰমাকান্ত — This is all nonsence Sir,

ৰমনী — Your honour I draw the attention of the court why should he use such unparliamentary word on the platform of a legal court ?

হাকিম — Order please, আপোনালোকে এনেকৈ কাজিয়া কৰিলে মই নিৰুপায়।

ৰমনী — এইটো অতি সঁচা কথা Sir, অকল পিয়ন চাপৰাচী বুলিয়েই নহয়, বহুত ডাঙৰ ডাঙৰ অৱস্থাপন্ন মানুহেও চাকৰী কৰিছে সেই এক কেৱল নামৰ কাৰণে। সকলো ক্ষেত্ৰতেই name and fame. (বহে)

ৰমাকান্ত — Well my learned young pleader, from which University you have come out with this philosophy ?

ৰমনী — (উঠি) Sir ! I have come out from the same University which produced a brilliant advocate like you.

হাকিম — Please take your seats, I cannot allow you any more, মই আপোনালোকৰ কেচৰ Judgment এতিয়াই দিম।

(হাকিমে judgement লিখে। দুয়ো উকিল বহে, আদালত নিস্তব্ধ থাকে)

হাকিম— (অল্প সময়ৰ পিচত) মই আচামীক খালাচ দিলোঁ।

(হাকিমে চাহ খাবলৈ উঠি যায় আৰু কেচ শুনি থকা কেৰাণী, ৰাজখোৱা সকলো হাঁহি প্ৰস্থান কৰে)

জয়চাঁদ— (ৰমা উকিলক) ছেঃ ৰাম ৰাম, চইকীয়াৰ ওপৰত পাওনি টেকাতো ভি, হাকিম বৰবাদ কৰিছেনেকি ডাঙৰীয়া ?

ৰমাকান্ত— এই সোপা সাক্ষীবাদি লৈয়ে কেচ কৰিবলৈ আহিছিলি ? আহ আহ।

(প্ৰস্থান)

(উকিলৰ পাচে পাচে জয়চাঁদৰো প্ৰস্থান)

(বাপুৰাম শইকীয়াই আচামীৰ গৰালৰ পৰা ওলাই আহি ডেকা উকিলক কৰমৰ্দ্দন কৰি কয় )

বাপুৰাম— আপোনাক মই কি বুলি ধন্যবাদ জনাও কব নোৱাৰো !

( শইকীয়াই কথা কৈ থাকোতে বেঙাই পাছ ফালৰ পৰা চোলাত ধৰি টানে )

ৰমনী— (হাঁহি) শইকীয়া আমাক কৃতজ্ঞতা জনাবলৈ একো নাই। ই আমাৰ ব্যৱসায়েই। কেতিয়াবা মানুহে

কৃতজ্ঞতা জনাই আৰু কেতিয়াবা গালিও পাৰে।

(হাঁহে)

( বেঙাই ব'পুৰাম শইকীয়াৰ চোলাত ধ'ৰি বহুৰৈক টানে। বাপুৰাম শইকীয়াই ফিৰি চাই বেঙাক কয় )

বাপুৰাম-- খালাচ দিলে ! (বেঙাৰ আনন্দ)

বাপুৰাম— (উকিলৰ প্ৰতি) সেইটো হলেও মোৰ সেই পহিলা তাৰিখৰ দুৰ্দ্দিনটোৰ পৰা আজিলৈকে—

ৰমনী – শইকীয়া ! জীৱনত তেনেকুৱা পহিলা তাৰিখ বহুটো আহিব আৰু যাব। এতিয়া আৰু সেই বিলাক কথা পাহৰি যাওক। All well that ends well.

( হাঁহি হাঁহি প্ৰস্থান কৰে )

( বেঙাই আকৌ শইকীয়াৰ চোলাত ধৰি টানে )

বাপুৰাম— ব'ল !

( শইকীয়া যাব খোজোতেই ৰাজখোৱাৰ প্ৰবেশ )

ৰাজখোৱা— (হাঁহি শইকীয়াৰ হাতত ধৰি) কি শইকীয়া আপুনি কৈছিল নহয় যে এইবাৰ পহিলা তাৰিখৰ ফল "ভাসনং" পাছে ক'তা—standing দেখোন।

[শইকীয়াই ৰাজখোৱাৰ হাতত ধৰি হাঁহি হাঁহি কয়]

বাপুৰাম— আজি হলুৱালে ৰাজখোৱা !

ৰাজখোৱা— এ Laughing ও দেখোন! (দুয়ো হাঁহে) শই-কীয়া! সকলোৰে ওপৰত এজন মালিক আছে! মুঠৰ ওপৰত "দিল চাচ্ছা ৰাখিব বে' পকৱাই"

[হাঁহি হাঁহি দুয়ো সোমাই যায় আৰু বেঙাই সাউত কৰে বহি আদালতটো:ক সেৱা এটা কৰি হাঁহি লৰি প্ৰস্থান কৰে]

—যৱনিকা—

---

